শ্ৰীযুত ডিম্বেশ্বৰ নেওগ প্ৰণীত সাতৰঙীয়া কবিতাৰ কিতাপ

# ইন্দ্ৰধনু

১। অসমীয়া বুৰঞ্জীমূলক উপন্যাসৰ শকত ভেটি বান্ধোতা প্ৰবীণ সাহিত্যিক শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই লিখিছে—

"......চাই বৰ ভাল [illegible] "ইন্দ্ৰধনু"ৰ সকলো ৰঙৰেই মনমোহা যেন লাগিছে। বাৰে বাৰে চাবই লাগিছো।"

২। "বাঁহী"ৰ সম্পাদক সাহিত্যৰথী শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা দেৱে লিখিছে—

"......গ্ৰন্থকাৰ কবিয়ে আন আন কিবোৰ কবিতাৰ গ্ৰন্থ লেখিছে, সেইবোৰৰ মাজত এই "ইন্দ্ৰধনু" নিশ্চয় জিলিকি থাকিব।"

৩। "আসাম সাহিত্য সভা পত্ৰিকা"ৰ ভূতপূৰ্ব্ব সম্পাদক, ভাষাতত্ত্বজ্ঞ সাহিত্যিক, শ্ৰীযুত দেবানন্দ ভৰালী ডাঙৰীয়াই লিখিছে—

"..... নানা ৰকমৰ কাব্য ভাব দুই চাৰি আষাৰ কথাৰে বিবিধ ছন্দত ব্যক্ত কৰি নেওগদেৱে শিল্পী সাহিত্যকৰ পৰিচয় দিছে।... সাহিত্যত "ইন্দ্ৰধনু"ৰ ঠাই নিশ্চয় ওখ।......পঢ়ি আমনি নলগা হৈছে—

"সেই দিন ধৰি বাজিছে প্ৰাণত যেন
ৰলক লগাই সেই অন্তহীন একেটি বাজনা!
নেদেখা একেটি জোনে বৰষিছে ধাৰাধাৰ
আনি যেন কৰবাৰ, তৃপ্তিহীন উতলা জোছনা।
জোনায়ে পোহৰ দিয়ে, মৰতে মাধুৰী পিয়ে,
মোৰ কিন্তু পৰাণত কি যে এক নজনা বাসনা!"

..... বেলেগ বেলেগ অৱস্থাত মানুহৰ মনত একোটা অনুভৱ ছাঁয়াময়াকৈ জাগে, আকৌ মাৰ যায়, সম্পূৰ্ণৰূপে সাধাৰণ মানুহে সিইতক realise কৰিব নোৱাৰে। যি লেখকে সেইবিলাকক ভাষাৰ সহায়েৰে মনত কটকটীয়াকৈ তুলি দিব পাৰে, তেৱেঁই কবি। শ্ৰীযুত ডিম্বেশ্বৰ নেওগ এই বিষয়ে কৃতাৰ্থ হৈছে যেন লাগে।"

# দীপাৱলি

[ গল্পশ্ৰেণী ]


শ্ৰীডিম্বেশ্বৰ নেওগ



প্ৰথম তাঙৰণ

বহাগ, ১৮৫৩ শক

প্ৰকাশক

শ্ৰীহৰিপদ দত্ত

ধলপুৰ, উত্তৰ লখীমপুৰ

প্ৰিণ্টাৰ—শ্ৰীৰাজেন্দ্ৰলাল সৰকাৰ

কাত্যায়নী মেসিন প্ৰেস

২৬ নং কৰ্ণওৱালিশ ষ্ট্ৰীট, কলিকাতা।




বে[illegible] ।৶০ ছঅনা

# দীপাৱলি

## প্ৰথম

পিঠি



## দ্বিতীয়

অসমীয়া গল্প-সাহিত্যত

লব্ধপ্ৰতিষ্ঠ

শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী দেৱৰ

কৰকমলত

## একে গ্ৰন্থকাৰৰ প্ৰকাশিত

| | | | | |
|---|---|---|---|---|
| ১। | মালিকা ( শোক কবিতা ) | ... | ... | ।० |
| ২। | স'ফৰা ( গান ) | ... | ... | ० |
| ৩। | ভোগজৰা ( আই-স্তুতি ) | ... | ... | ० |
| ৪। | মালতী ( খণ্ড-কবিতা ) | ... | ... | ।৵० |
| ৫। | আকুল পথিক ( দ্বিতীয় তাণ্ডৱ ) | | ... | ।৵० |
| ৬। | দীপাবলি ( গল্পশ্ৰেণী ) | . | ... | ।৵० |
| ৭। | থুপিতৰা ( খণ্ড-কবিতা ) | ... | ... | ॥० |
| ৮। | ইন্দ্ৰধনু ( কেচাবন্ধা ) | ... | ... | ॥० |
| | ( পকাবন্ধা ) | ... | ... | ৸० |

## অপ্ৰকাশিত

৯। থাপনা ( স্কুলবাৰ উপযোগী কবিতা )

১০। বিচিত্ৰা ( বিবিধ কবিতা )

পোৱাৰ ঠিকনা—(১) বৰকটকী কোম্পানী, যোৰহাট

(২) এজেন্সী কোম্পানী, বিহবাৰী

(৩) গ্ৰন্থকাৰ, উত্তৰ লখীমপুৰ

# দীপাৱলি

——:০:——

## প্ৰথম

---

## কবিতাৰ কাঠসংস্কাৰ

সাধু ভাষাৰে কবলৈ গলে, সৰুৰেপৰা মই জ্ঞানৰ ফুলাম বাটত সুধীৰগামী। মোৰ এই গুণৰ মোল নুবুজা শিক্ষকৰ কাণ-মোচৰাটো, চেকনিৰ কোবটো, সেইদেখি মোৰ কাৰণে ভাত-মাছ!

বিশেষকৈ অঙ্কশাস্ত্ৰ মোৰ মানত মহাব্যাঘ্ৰঃ। অঙ্কৰ পৰীক্ষা বুলিলেই মোৰ গা জ্বৰঘমা দিয়ে। পাছে আদিৰেপৰাই যে পঢ়াশুনাত মই এইদৰে দলিয়াই পেলাৰ-লগীয়া বিধৰ আছিলোঁ, এনে নহয়; মাজ-বতৰতহে মোৰ পঢ়াশুনাত এই 'বিষ্ট' পৰিছিল। লোকক দেও-ভুতে পায়, মোক পাইছিল 'কবিতাই'।

আমৰ পোক আমৰ ভিতৰতেই হয়; কবিতাৰ পোকও মোৰ মনৰ ভিতৰত সেইদৰেই নোসোমালেনো আন কি উপায়ে সোমাল, মই ভাবি নাপাওঁ। তাহানি ৺পানীন্দ্ৰনাথ গগৈৰ "লৰাশিক্ষা" আগছোৱা-শেষছোৱা ভালকৈ পঢ়িবপৰা হৱৰেপৰা, "কবিতাপুথি" আৰু "কবিতা-কুসুম" পাঠৰ আদৰ্খিনি পাবৰেপৰা সাহিত্যৰ ফালে মোৰ ধাউতি ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে; পদ-মিলোৱা কথাবোৰ পাঢ় আৰু নিজেও সেইদৰে 'আমি'ৰ লগত 'তুমি', 'হাঁহি'ৰ লগত 'কাঁহী' মিলাই পদ্য ৰচনা কৰি তাত এটা ৰাগী বহা উমান পাবলৈ ধৰিলোঁ।

এইদৰে একালে পদ্যৰ ৰাগী, আনফালে পঢ়াশুনাৰ লিখা-কেহা আৰু জ্বলা-টেঙা খাই ঢলিয়াই-কলিয়াই ইংৰাজী পঢ়াশালীৰ তৃতীয় শ্ৰেণী (এতিয়াৰ মতে অষ্টমমান) পালোহি। এই অৱস্থাতে মোৰ লিখালৈ বহাগৰ শেষৰ লুইতৰ সোঁতৰ দৰে এটা নতুন কোবাল সোঁত আহিল, আৰু কবিতাৰ পাছত কবিতা ওলাবলৈ ধৰিলে। কিন্তু ইয়াৰ ভিতৰত আচৰিত কথা এইখিনিহে যে সেই কবিতাবোৰ মই কোনো আলোচনীলৈ প্ৰকাশৰ কাৰণে নপঠিয়াওঁ। আন নালাগে, তেতিয়া পঢ়াশালীৰপৰা মোৰ নিজা সম্পাদকত্বত

গুলোৱা হাতেলিখা কাকত "সাহিত্য"তো মোৰ নামে কোনো কবিতা প্ৰকাশ হোৱা কোনেও দেখা নাপায়।

সাধাৰণ সকলো নতুন লেখকৰ দৰে মই নো কিয় "মন্দঃ কবিঃ যশঃপ্ৰাৰ্থী" নহওঁ, এই কথা মোৰ বন্ধু-সমাজৰ মাজত এটা সাঁথৰেই ; যি সকলে তাক পানীমিথৈ বুলি উৰাই দিব খুজিছিল, তেওঁলোক নিশ্চয় সত্যৰ ভালে-খিনি আঁতৰত আছিল। বহাগৰ শেষৰ বুঢ়া লুইতৰ সেই নতুন সোঁত কোন সাগৰক লক্ষ্য কৰি মোৰ কবিতাৰ মাজেদি ববলৈ ধৰিছিল, সেই কথা জানিবৰ সুবিধা সাধাৰণৰ নাছিল। যি দুই বা এজন অন্তৰঙ্গ বন্ধুৱে জানিছিল, তেওঁলোকেও তাক অতি গোপনীয়ভাৱেই ৰাখিছিল।

কিন্তু মোৰ কবিতাৰ এই ৰহস্য আৰু সৰহ দিন গুপ্ত হৈ থাকিবলৈ নাপালে ; দৈবৰ দুৰ্বিপাক মোৰ কাষ চাপিল। সেইবাৰ স্কুলৰ বছেৰেকীয়া পৰীক্ষাত মাৰিলোঁ 'ফেইল্' ; নাপালোঁ প্ৰমোশ্যন্! ইয়াৰ কাৰণ অনুসন্ধান কৰিবলৈ পিতাদেউ হেড্‌মাষ্টৰৰ ওচৰলৈ গল। হেড্-মাষ্টৰে মোৰ ক্ৰমে অধঃপতন হৈ আহি এই অৱস্থা পোৱাৰ কথা সকলো বিৱৰি জনালে। নম্বৰৰ বহীখন উলিয়াই দেখুৱালে ; পোনতে, অঙ্কত নম্বৰ পাইছোঁ এশৰ ভিতৰত

দহ; আৰু আনবোৰ বিষয়তো উথৈবচ। মোৰ কথা-বাৰ্ত্তাকে পাতি পাতি দুয়ো ফুৰি ফুৰি আমাৰ ঘৰ পালেহি। তেতিয়া মই ঘৰত নাছিলোঁ।

মোৰ কুঠৰীত সাধাৰণতে পিতাদেউ বা আন কোনো ডাঙৰ মানুহ নোসোমায়। বিশেষকৈ সেইদিনা পৰীক্ষাৰ বাতৰি পাই মনত বৰ দুখ লাগি দুৱাৰ ভালকৈ মাৰি ওলাই যোৱা মোৰ মনত আছে। গধূলি ফুৰি আহি দেখোঁ, মোৰ কোঠাৰ দুৱাৰ মুকলি। কোনে এনে অনধিকাৰ প্ৰবেশ কৰিলে বুলি ভিতৰ সোমাই চাওঁ, কেও নাই। মনত সন্দেহ হল, জানোচা ময়ে যাওঁতে চিন্তা আৰু দুখত দুৱাৰ মাৰিবলৈ পাহৰি গলোঁ। কিন্তু মোৰ মেজলৈ চকু পৰিলত ক্ৰমে সেই সন্দেহ আঁতৰ হল। মোৰ কেতাপখিনি আগৰ সজাই থোৱা অৱস্থাত নাই, কোনোবাই অলপ সিচৰতি কৰি থৈছে। তাৰ পাছত যেতিয়া মোৰ শোৱা ঢাৰিপাটীত চকু পৰিল, মুহূৰ্ত্ততে চুলিৰ আগে জীৱ গল। সেই সকলোবোৰ কোনোবাই লাৰি-চাৰি থৈছে; আৰু মোৰ গাৰুৰ তলৰ কাকত-পত্ৰ সকলো গোটেইখনতে পৰি আছে।

মোৰ দুৰ্দ্দান্ত সেই কবিতাবোৰৰ জন্ম আছিল মোৰ এলজেব্ৰা আৰু জ্যামিতিৰ বহীৰ পাতত, আৰু ৰাখিছিলোঁ

# কবিতাৰ কাঠসংস্কাৰ

শিতানৰ ফালে ঢাৰিপাটীৰ তলত। তাহানি ৺নবেশ্বৰ শৰ্ম্মাৰ "নৱজন্ম লভি যিটো নহয় অমৰ। বেণু সম নাম লুপ্ত হয় সিজনৰ॥" ইত্যাদি কবিতাৰ দৰে মোৰ বহুত কবিতাৰ প্ৰথম আখৰটোহঁত ক্ৰমে একেলগ কৰি জোটালে কবিৰ কোনো এগৰাকী আৰাধ্যা সুন্দৰীৰ নাম হয়। মোৰ গাৰুৰ তলতো আছিল কোনোবা তিৰুতাৰ হাতৰ বগলীঠেঙীয়া আখৰৰ দুটি এটি আধৰুৱা কবিতা।

এইদৰে চৰগপৰা মানুহৰ নিচিনাকৈ কিমানপৰ আছিলোঁ কব নোৱাৰোঁ, এনেতে মেজত থকা পিতা-দেউৰ আখৰ কেইটামানলৈ চকু গল। তাত পিতাদেৱে মোক সম্বোধন কৰি, মোৰ কৰ্ত্তব্যজ্ঞান-শূন্যতা আৰু মূৰ্খতা, ছাত্ৰজীৱনত প্ৰেমৰ ৰাজ্যত অনধিকাৰ চৰ্চ্চা, আদি নানা বিষয়ে অতিকৈ তিৰস্কাৰ কৰিও শেহত এটি সদ্‌ উপায় দিছিল বোলে মোৰ স্বভাৱ সংশোধন কৰিবৰ সময় তেতিয়াও উকলি যোৱা নাই, আৰু তাৰ বাবে তত্তালিকে মই সেই ঠাই এৰি ডিব্ৰুগড়লৈ গৈ তাত ককাইদেউৰ লগত থাকি ভালদৰে পঢ়াশুনা আৰম্ভ কৰিব লাগে।

পিতাদেউৰ উপদেশকে বাক্যে বাক্যে শিৰোধাৰ্য্য কৰি সেইদিনাই মই মোৰ পাঠ্যপুথি সামৰি-সুতৰি

# দীপাৱলি

পিছদিনা পুৱা ডিব্ৰুগড়লৈ যাবলৈ বুলি টালি-টোপোলা বান্ধিলোঁ, আৰু ইমানদিনে গোপনে লিখা প্ৰেমৰ কবিতা আৰু চিঠি-পত্ৰবোৰ গোটাই-মেলি অগ্নিদেৱতাক সমৰ্পণ কৰিলোঁ। তেতিয়াৰপৰা আৰু মোৰ কবিতাৰ ৰোগ কেনেবাদি গল।

---

# প্ৰবন্ধ-লেখক

( ১ )

'আও বোপাই! পৰিলোঁহি আকৌ এই অজগৰটোৰ মুখত! অজগৰ সাপটোৱে যেনেকৈ ভালেখিনি নিলগৰে পৰা তাৰ চিকাৰটো নাকৰ উশাহেৰে হোঁপা মাৰি চপাই পেটত সুমায়গৈ, এওঁৰ ওচৰ পালেও সেইদৰে আমাৰ ৰক্ষা নাই। নেদেখিছা, সৌ ৰজাঘৰীয়া টেকেলাটোৰ দৰে কেনেকৈ হাতত দীঘলীয়া তুলাপাত ডোখৰ লৈ ঘূৰি ফুৰিছে! পঢ়িবলৈ ধৰিলে আৰু তাৰ ওৰ নপৰে, ওলাইহে যায়। ভাল আপদ! পৰিল চকু এই ফালে।

মাতিলে নগলেও পায় বেয়া, আৰু গলেও পঢ়িবলৈ ধৰি নেৰেহে নেৰে। আজি এটা উপায় কৰিব লাগিল; বজাৰলৈ তেওঁৰ ঘৰৰ আগে নগৈ এইটো বাটেই ভাগোঁ, লাগে বজাৰ পাওঁতে বাটত এফেৰা পলমেই হক।' এই বুলি বক্তাজনে চাৰি আলিৰ মূৰটোৰপৰা ঘাই বাট এৰি সৰু বাট এটাইদি ঘূৰিবৰ দিহা কৰিছে।

'কি হেঁ, হলি বাপা, আজি দেখোন আওহতীয়া বাটটো ধৰিলা? বোলো আমাক আজি নেদেখা ভাও জুৰিয়ে যাব খুজিছিলা নে কি?'

'এ, নহয় বুইছেনে! আপোনালৈ মই মনেই কৰা নাছিলো। আজি কিবা লেঠাত আকৌ এইখিনিৰ পৰা ঘূৰি আহিবলৈ যাব লগাত পৰিলোঁ। পাছে আপুনি নো কি কৰিছে? হাতত নো সেইখন কিহৰ পঢ়না পালে?'

'কেলেই, তোমাক মোৰ সেই 'আমাৰ জাতীয় সমস্যা' বোলা ৰচনাখন পঢ়ি শুনোৱা নাই নে কি? এইখন হৰ সাৰুৱা ৰচনা। মই কিমান ভাবি-চিন্তি লিখিছোঁ, তোমাক কি ক'ম? পাছে, হব কি! এইখন 'পাণ্ডৱবৰ্জ্জিত' দেশত কি সাহিত্যৰ উন্নতি, কি জাতীয় উন্নতি হব খুজিছে? লোকৰ ভাল এটা

দেখিলেই পুৰিলে চকু, লগালে খোচাখুচি! এই যে আমাৰ কাকতৰ সম্পাদকবোৰ দেখিছা, আটাইবোৰ ঘোৰ স্বাৰ্থপৰ! সেই দিনা এখন কাকতলৈ এই প্ৰবন্ধটো পঠিয়ালোঁ, (অৱশ্যে তোমাক কাকতখনৰ নামটো নকওঁ), সম্পাদক দেৱে উলিয়ালে ইয়াতে এশ এবুৰি আসোঁৱাহ! প্ৰথমতে, প্ৰবন্ধটো বৰ দীঘল; দ্বিতীয়তে, ভাষা শুদ্ধ আৰু পৰিমাৰ্জ্জিত নহয়; তৃতীয়তে, কথাৰ পুনৰুক্তি বৰ সৰহ হৈছে, ইত্যাদি ইত্যাদি! পাছে, কথা জানো সেইটো? বোলে "কথা বা ক'ত? ভেকুৰিৰ তলত।" আমাৰ এনেকুৱা প্ৰবন্ধ প্ৰকাশ কৰিলে সম্পাদকৰ নিজৰ লেখনীৰ মান কমে নহয়, তুমি জানো বুজা নাই? আন নালাগে, বাৰু তুমি এইটোকে নো নোচোৱা কেলেই, কেইজনে ইমান কষ্ট কৰি এনে গৱেষণামূলক প্ৰবন্ধ লিখে? এইদৰে বাৰু আমাৰ মাজত পৰস্পৰ শলাগ-সহানুভূতি নহলে কোনে লিখি মৰে হেঁ? প্ৰবন্ধ লিখি ধন উপাৰ্জ্জন তো নহয়েই! তেও কাকতখনতে প্ৰৱন্ধটো ওলাওক, প্ৰৱন্ধটোৰ তলত নামটোকে ফটফটীয়াকৈ ছপাওক, সিও নাই! গুণীৰ গুণৰ মোল নুবুজিলে আৰু উপায় কি? কিতাপ লিখিবা, তুমি নিজে ভাগক বুলি গৈ এখন উপহাৰো দি

আহিবা ; তেও কিতাপখন তোমাৰ একেবাৰে ভাল বুলি কেতিয়াও নকয় ; এটা নহয় এটা খুঁত দেখুৱাই কব— 'ভবিষ্যতত গ্ৰন্থকাৰে মোল থকা কিতাপ লিখিব পাৰিব বুলি আশা কৰোঁ।' কিমান দেখিবা, কিমান শুনিবা ! এই প্ৰবন্ধটো মই সিদিনা নিজেই ঘূৰাই আনিলোঁ, বুইছা ? পাছে, দুপাতমান পঢ়োঁ, তুমি শুনিয়ে যোৱাঁচোন।'

হলিৰামে মূৰটো খজুৱাই খজুৱাই কলে, 'শুনিবলৈ নো কি ? পাছে, বৰ ডাঙৰ লেঠা এটা—'

'থোৱাঁ হেঁ ! অলপমান ৰোৱাঁ। সৰহ দীঘল তো নহয় ! কাইলৈ আহিব পাৰিবা জানো ?'

'সেইদৰে হলে নো কি ? কোনো কথাই নাই দেখোন ! পাৰোঁ তো আহিব কাইলৈ। পাছে, এতিয়া বিদায় হে।'

'বাৰু, যোৱাঁ। পাছে কাইলৈ আহিবলৈ আকৌ নাপাহৰিবা, দেই ?'

'এঃ ভাল কৈছে, কিয় পাহৰিম ?' বুলি হলিৰামে পোন বাটেই খোজ ললে। অলপ গৈ উভটি চাই দেখে যে 'সাহিত্যৰত্নাকৰ' ঘৰ সোমাল। সি অঙ্গি-ভঙ্গি কৰি সেই ফালে চাই কলে—'বাৰু, কাইলৈ তোমাৰ ৰচনা শুনিবলৈ অহাটি হৈছে আৰু !'

( ২ )

সঁচাকৈয়ে পিছ দিনা হলিৰাম ৰচনা শুনিবলৈ নাহিল। প্ৰবন্ধ-লেখকৰ হলিৰামৰ ওপৰত বৰ খং উঠিল। সেই খং লাহে লাহে অসমীয়া আলোচনীৰ সম্পাদকৰ ওপৰলৈ আৰু শেহত গোটেই অসমীয়া সাহিত্য আৰু অসমীয়া জাতিৰ ওপৰলৈ বাগৰিল। তেওঁৰ খঙৰ ডাৱৰ পোনতে হলিৰামৰ ওপৰত ঘণিভূত হোৱা অৱস্থাৰপৰা ক্ৰমে যিমানে ছেদেলি-ভেদেলি হৈ মেল খাই পৰিল, সিমানে সি সৰহ ঠাই জুৰিলে সঁচা, কিন্তু তাৰ গধুৰতা সেই অনুপাতে পাতলিল। তেওঁ মুখত সোঁহাতৰ মাজৰ আঙুলিটো সুমুৱাই অলপ সময় বল, তেওঁৰ মনত যেন আজি কিবা এটা নতুন ভাব খেলালে। ডাৱৰৰ মুখত ৰ'দৰ জিলিঙনি পৰা দি তেওঁৰ মুখত যেন এটি নতুন আভা দেখা গল। এইবাৰ তেওঁ প্ৰবন্ধটো লৈ আকৌ মনোযোগেৰে তাক লুটিয়াই-বগৰাই চাবলৈ ধৰিলে, যেন তেওঁ কাৰোবাৰ ৰচনাৰ হে কিবা দোষ-গুণ বিচাৰি-বলৈ বহিছে!

প্ৰবন্ধ-লেখকজন বৰ্তমান অসমীয়া সাহিত্যৰ এজন সুলেখক। সম্প্ৰতি যি সময়ৰ কথা কোৱা হৈছে, সেই সময়ত তেওঁৰ এটা ঘাই দোষ আছিল—তেওঁ নিজেই

নিজক আৰু নিজৰ লিখাক বৰ বুলি ভাবে, আৰু সেই দৰে আনৰ আগতো বৰাই কৰে ; সেইদৰেই লিখাতো তেওঁৰ চলোপাতি কথা আৰু অযথা পাণ্ডিত্য-ভেম ওলাই পৰিছিল।• সাহিত্যিক হবৰ কাৰণে যে অশেষ সাধনা, যথেষ্ট ধৈৰ্য্য, অধ্যৱসায় আৰু অ : য়ন, আৰু চিন্তাশীল মনৰ গতি লাগে, এইবোৰ নাভাবি কেৱল তেওঁ লিখাৰ কথাহে ভাবিছিল। তাৰ উপৰি, বাটত চিনাকি মানুহ যাকে য'তে পায় ধৰি নি তেওঁৰ প্ৰবন্ধ পঢ়ি শুনোৱা অভ্যাস আছিল, আৰু সকলোৰে যে সকলো পৰতে তেওঁৰ ৰচনা শুনিবলৈ ইচ্ছা নহবও পাৰে, এইটো কথা তেওঁ সেই সময়ত পাহৰি গৈছিল। এনে অযথা যশলিপ্সু আৰু স্বাৰ্থপৰ স্বভাৱৰ কাৰণেই ছলিৰামে তেওঁক বিদ্ৰূপভাৱে 'সাহিত্যৰত্নাকৰ' উপাধিৰে ভূষিত কৰিছিল।

যিখন কাকতলৈ তেওঁ প্ৰবন্ধটো প্ৰকাশৰ কাৰণে পঠাইছিল সেইখন "বন্ধু"। তাৰ সম্পাদক এজন স্বনাম-প্ৰসিদ্ধ সাহিত্যিক। প্ৰবন্ধ প্ৰকাশ নকৰা খণ্ডৰ ভমকত তেখেতৰ পৰা 'সাহিত্যৰত্নাকৰে' যে সেইদিনা গৈ অকল প্ৰবন্ধটো হে ঘূৰাই আনিছিল এনে নহয়, তাৰ লগতে তেওঁ সম্পাদকক এইষাৰ কথাও শুনাই আহিছিল,—

'আপোনাৰ এই কাকততে মোৰ প্ৰবন্ধ এদিন প্ৰকাশ কৰাইছে এৰিম।'

( ৩ )

ভালেমান দিনৰ মূৰত আমাৰ প্ৰবন্ধ-লেখক আকৌ এবাৰ "বন্ধু"ৰ সম্পাদকৰ ঘৰত ওলালহি। হাঁহি হাঁহি চকি এখন টান মাৰি আনি তেওঁৰ কাষতে বহি কলে,—'সম্পাদক ডাঙৰীয়া, নমস্কাৰ!'

'নমস্কাৰ!'

'পাছে, আপোনাৰ অহা সংখ্যা 'বন্ধু'ৰ বাবে প্ৰবন্ধ বাছিছেনে কি? অ,' এটা কথা মনত পৰিছে। আপোনাৰ যোৱা বাৰৰ কাকতত ওলোৱা 'প্ৰেমানন্দৰ' প্ৰবন্ধটো দেখোন বহুতে বৰ ভাল বুলিছে; সেই বিষয়ে আপোনাৰ নিজা মতামত কি?'

'মোৰ মত বেয়া নহয়। এতিয়ালৈকে মোৰ হাতত পৰা সুলিখিত প্ৰবন্ধৰ ভিতৰত সিও এটা। ভালকৈ পঢ়ি-শুনি আৰু আয়ত্ব কৰি লিখা কথা নো বেয়া হব কিয়? প্ৰবন্ধ লিখিবলৈ হলে যে অলপ ভালকৈ প্ৰবন্ধ কৰি লিখিব লাগে, এই কথাটোকে আমাৰ সৰহভাগ অসমীয়া সাহিত্যিকে নুবুজে, ই বৰ দুৰ্ভাগ্যৰ কথা।'

'পিছে লেখকজন যে অজ্ঞাত?'

'প্ৰবন্ধতো ছদ্ম নামৰ বাহিৰে নিজ নাম দিয়া নাই যদিও, তেওঁ ক'ত ধৰা নপৰাকৈ সাৰে? সেই 'প্ৰেমানন্দ' এতিয়াও সম্পাদকৰ হাতৰ মুঠিতে।'

প্ৰবন্ধ-লেখকে এইবাৰ ৰগৰি ফুটাই হাঁহিলে— 'সম্পাদকসকলৰ পৰা তেনেহলে উপায় নাই।'

'প্ৰবন্ধ প্ৰকাশ নকৰিলে যে সম্পাদকসকলকো লোকে উপায় নোহোৱা অৱস্থাত পেলায়? তেওঁলোকে ভাবি নাপায় যে ভাল প্ৰবন্ধ প্ৰকাশ কৰে মানে কাকতৰ আৰু সম্পাদকৰেই বিশেষ খ্যাতি। মোৰ মনেৰে, যিদিনাৰে পৰা আমাৰ লেখকসকলে যশলিপ্সু হৈ নামৰ কাৰণে কলম নিতিয়াই সাহিত্যৰ পবিত্ৰ হকত লিখনী ধৰিব, যিদিনাই আমাৰ লেখকসকলে বুজিব যে সাহিত্য-সেৱা লৰাৰ ধেমালি নহয়, নিজৰ যশগান কৰিবৰ টোকাৰী নহয়, সিদিনাৰে পৰা আমাৰ আৰু এই অৱস্থা নাথাকে, সকলো বাধাৰ ভেটা ভাঙি তেতিয়া অসমীয়া সাহিত্যলৈ উন্নতিৰ এটি নতুন দল আহিব, আৰু অসমীয়া জাতি আকৌ ধন্য হব।

'আগৰটো প্ৰবন্ধৰ দোষ ইয়াত প্ৰায় সমূলি নাথাকিলেও, প্ৰবন্ধটো পঢ়িয়েই মোৰ বুজিবলৈ বাকী নাথাকিল যে সেইটো আপোনাৰ প্ৰবন্ধ; আৰু

আগৰ প্ৰবন্ধটো সেইদিনা খং কৰি ঘূৰাই নিওঁতেই মই ভাবিছিলোঁ, আপুনি নিশ্চয় 'ঘৃণানন্দ' 'প্ৰেমানন্দ' আদি 'কৰা এটা ছদ্ম নামেৰে মোৰ কাকতত প্ৰবন্ধ প্ৰকাশ কৰি এদিন এইদৰে আপোনাৰ প্ৰতিজ্ঞাপূৰণৰ কথা সোঁৱৰাবলৈ আহিব।'

চোৰ ধৰা পৰিল, আৰু ছদ্ম-নামধাৰী 'প্ৰেমানন্দই' হাঁহি হাঁহি সেইদিনালৈ 'বন্ধু'ৰ সম্পাদক দেৱৰ কাষৰপৰা বিদায় ললে।

---

## তিক্ত-সেৰুৱা

ঘৰৰ গৃহিণীৰ লগত মোৰ অহি-নকুল। দিনটোত সঁচাই-মিছাই দহবাৰ কাজিয়া, আৰু দহবাৰেই আকৌ মিটমাট। আজি এবছৰ হল, মই লৰা-বাপেকো; কিন্তু এই কাজিয়া আৰু এই মিটমাট কোনোকালে নুগুচিল।

গৃহিণীৰ লগতে দিনেৌ এইদৰে মুখচুপতি মাৰি থাকিবলৈ যে ভাল পাওঁ এনে নহয়; কিন্তু একেবাৰে বেয়া

বুলি নো ন দি কওঁ কেনেকৈ ? কেইদিন এইদৰে দন্দ লাগি বৰ কথা মাতি 'তইঁতেই ঘৰত থাক' বুলি ঘৰৰপৰা ওলাই যাওঁ! আদবাট পায়ে দেখোন ভৰি আগনে নচলা হয়; ঘূৰি ঘৰ সোমাওঁহি।

ইয়াৰ কাৰণ হৈছে, মোৰ ঘৰৰ মানুহ গৰাকী যে বৰ মৰমিয়াল, এই বিশ্বাসটো ইমানবোৰ দন্দ-কাজিয়াৰ ভিতৰেদিও মোৰ মনত দিনক দিনে দৃঢ়হে শিপাই-ছিল। মুখেৰে হাজাৰো কওক, তেওঁৰ অন্তৰখনি হলে মোৰ বহঘৰা।

আকৌ এইটোও গম পাওঁ যে কথা কবৰ সময়ত তেওঁৰ মুখত সাক্ষাৎ সৰস্বতীয়ে লাগ দিয়েহি। সেই দিনা বাৰটো শনিবাৰ। কামলৈ যাবৰ সময়তে আকৌ লাগিল উৎপতীয়া কাজিয়াখন। উঠিলোঁ একেকোবেই গুফা-ইদাং মাৰি—'নাখাওঁ ভাত!' 'নাযাওঁ কামলৈ!' যেই কথা, সেই কাম। মোৰ মাৰলঘৰৰ চাপলীৰাখনতে লবাটি শুৱাই থৈ তেওঁ ৰান্ধনিঘৰতে ভাত ৰান্ধি আছিল। মই কামলৈ যাবলৈ ওলোৱা সাজেৰেই লবাটোৰ কামতে লাহেকৈ দীঘল দি পৰিলোঁ।

সংসাৰৰ ঠেলা নোপোৱা অপইতা চেঙেৰা লবাই মোৰ সেইদিনাৰ মনৰ অৱস্থা কি বুজিব? ঘৈণীৰ এনে

বৰ কথা বৰ মাত সহি আৰু এইখন ঘৰত ভাত নাখাওঁ বুলি মনতে শপত খালোঁ। ইমান দিনে ঘৈণীৰ এনে মাত-কথা লঘু-লাঞ্ছনা মনে মনে সহি আছোঁ। বুলিয়েই হে মোৰ আজি এই অৱস্থা! এইবাৰ যি হয় হব। এই বুলি লৰাটোৰ কাষৰপৰা উঠি লাহে লাহে বাটৰ ফালে খোজ ললোঁ। পিছফালৰপৰা 'আহক, আহক; আমাৰ কথাতে বাৰু ব'ৰাগী হৈ যাব নেলাগে; আপুনিয়ে পোনাকণ ৰাখি ঘৰত থাওকহি, আমিয়ে কলৈ যাব লাগে যাওঁ'—বুলি লৰামাকে মাত লগালে। কিন্তু সেইদিনা শেনৰ এজাত; 'সিহঁতে' আৰু কত মোৰ মাতি মাত পায়! মই পিছ ফালে আৰু চকু নুঘূৰালোঁ।

ভালেখিনি বাট গলোঁ। ভাগৰো লাগিল। গছ এজোপাৰ তলতে বহি এফেৰা জিৰালোঁ। এনেতে মোৰ তাহানিৰ পঢ়াশলীয়া বন্ধু শ্ৰীকান্তৰ কথা মনত পৰিল। কত বছৰ হল, ইংৰাজী স্কুলৰ চতুৰ্থ শ্ৰেণী মানতে তেওঁ পঢ়া এৰি গৈ ঘৰবাৰী চলাই খাই আছে। তেওঁৰ ঘৰটো সেইখিনিতে কৰবাত আলিৰ কাষত বুলি শুনিছিলোঁ। পাছত বিচাৰি উলিয়ালোঁ।

বহুত দিনৰ মূৰত এজন পুৰণি বন্ধু লগ পাই তেওঁ আথেবেথে নি তামূলীপীৰা এখন পাৰি বহিবলৈ দিলে।

গাখীৰে-গুৰে হাতীখুজীয়া বাটিৰে এবাটি চাহপানী গিলি লৈ অপাৰ বৰ কাপোৰ মেলা দি দুয়ো দুইৰো পুৰণি কথাৰ সঁফুৰা মেলিলোঁ। তেওঁ কলে, 'বান্ধ! ঘৰৰ নানা লেঠাৰপৰাই এবাৰ নোৱাৰি আপোনালোকৰ ফালে ভুমুকিকে মাৰিব পৰা নাই। পাছে নো ঘৰৰ ফালৰ বাতৰি কেনে?'

এই ছেগতে মোৰ লৰালি কালৰ বান্ধ শ্ৰীকান্তক মোৰ ইমান দিনৰ কথা সোপাকে কলো, আৰু সেইদিনা কি উদ্দেশ্যেৰে ওলাই আহিছিলোঁ, পিছৰ ফালৰপৰা ঘৰৰ মানুহে কেনেকৈ কাবৌ কোকালি কৰি মাতিছিল, তাকো কবলৈ নেৰিলো।

'ওঁহোঁ, বান্ধ! আপুনি কথাটো ভাল নকৰিলে একা। নাইহে জানিবা ঘৰৰ ঘৈনীয়ে এষাৰ কলেই, তাতে লাগি আপুনি ঘৰবাৰী আৰু লৰা-পোনাটিক এৰি থৈ আহিব পায় নে? বিশেষতে, লৰা মাকে যেতিয়া আপোনাক একালে ওলাই আহোঁতে পিছৰপৰা মাতিলে, তেতিয়া তীৰ্থলৈ বুলি যাত্ৰা কৰিলেও আপোনাৰ যাত্ৰা ভাল নহল। মোৰ মনেৰে, আপুনি উলটি যাওক; লৰাৰ মাকে চাগৈ কলৈ গল, কি কৰিলে, বুলি চিন্তা কৰি আছে।'

'নহয় বান্ধ, আপুনি আৰু নধৰিব বুইছেনে? আপুনি

মোক সকলোৱে জানে, মই এক কথাৰ মানুহ। যি ওলাই আহিলোঁ সেইখন ঘৰত নাথাকোঁ-নেমেলোঁ বুলি, আকৌ ঘূৰি সেইখন ঘৰলৈ নাযাওঁ, নাযাওঁ !! মই মাক-চাক নাজানো ; তেও যদি আপুনি কলে, তেন্তে লৰা-পোনাকণকে আনি দিয়ক, মই যাবৰ সময়ত চাই যাওঁ। যদি আপুনি যায়, তেনেহলে আপুনি উলটি পায়হি মানে আপোনাৰ এই চালপীৰাডোখৰতে বাগৰ এটাকে দিওঁ।'

এই বুলি মই তাতেই অলপ জিৰাইছোঁ, এনেতে সেই বিপদৰ বন্ধু শ্ৰীকান্তই অলপ পাছতেই লৰাটি আনি মোৰ কাষতে শুৱাই দিলেহি। হেঁপাহত মই লৰালৰিকৈ পোনাকণক মুৰটো দাঙি গালত চুমা এটি দিছো, এনেতে হঠাৎ চকু মেলি দেখোঁ,—কি মহা ভুল !! মই শ্ৰীকান্তৰ ঘৰত নাই, মোৰ নিজ মাৰল ঘৰৰ চাল-পীৰাতহে ; আৰু যাক লৰা বুলিছিলোঁ সেইটিও লৰা নহয়, লৰাৰ মাকহে—ভাত-পানী ঢাকি থৈ আহি মোৰ কাষতে চালপীৰাত কাতি হৈ কোচত সুমুৱাই লৰাক গাখীৰ দিছিল, আৰু এতিয়া মোৰ কথা-কাণ্ড দেখি মোৰ চকুলৈ চাই মিচিকিয়া হাঁহি মাৰিছে !!

---

# নতুন প্ৰবন্ধ

উজনি অসমৰ ডাক সদায় গধূলি পৰত আহে। চ'তৰ সংখ্যা কাকতৰ বাবে মোৰ হাতত থকা সকলো প্ৰবন্ধ চাই-চিতি আগদিনাই শেষ কৰি প্ৰেছলৈ পঠিয়ালোঁ। সেই দিনাৰ ডাকত বুকপষ্টত আকৌ এটা গল্প পালোঁ। ওপৰত গল্পটোৰ শিৰোনামা নাই, তলত লেখকৰ নাম নাই। অলপ আচৰিত হলোঁ! প্ৰবন্ধটোৰ ভিতৰত এটুকুৰা কাগজত এই বুলি লিখা আছিল,—

'সম্পাদক মহাশয়,

আপোনাৰ অহা সংখ্যা কাকতৰ এচুকত এই সামান্য গল্পটিয়ে ঠাই পোৱা দেখিলে ভাল পাম। নহলেও, অন্ততঃ ই আপোনাৰ সৰ্ব্বগ্ৰাসী 'পেলনি কাকতৰ পাচি'ত ঠাই নাপাই নাথাকে বুলি মোৰ বিশ্বাস। তাৰ ভৰীয়তে হলেও ই গৈ আপোনাৰ অফিচৰ কামৰ খালৰ বুকু শোভা কৰিলে পৰম বাধিত হম। কিয়নো তেতিয়া প্ৰত্নতত্ত্ববিশাৰদসকলে পাই ইয়াৰ উহ উলিয়াই এটি লাগ-তিয়াল বুৰঞ্জী লিখিব পাৰিব পাৰে। অকল সিমানতেই শেষ নহয়, 'বুৰঞ্জীবো হয়, পুনৰাভিনয়' এই মহা সত্য

ইয়াৰ দ্বাৰাই আৰু গৌৰৱান্বিত হব পাৰিব পাৰে বুলি মই বিশ্বাস কৰোঁ।

বিনীত

শ্ৰীবঙ্গনাথ চট্টোপাধ্যায়।'

পাছত গল্পটো পঢ়ি চালোঁ। তাক আৰু গল্প বুলিব নোৱাৰি, ই সেই বঙ্গবাবুৰ সঁচা আপোন কাহিনী। তাহানিখন শ্ৰীযুত বঙ্গনাথ হেডমাষ্টৰৰ তলত মইয়ো পঢ়িছিলো, আৰু তেওঁৰ এই বাৰ্তাৰ বিষয়ে মোৰো আগৰ অলপ জ্ঞান আছিল। গতিকে প্ৰবন্ধটো যাতে সোনকালে প্ৰকাশিত হয়, তাৰ বাবে মোৰো আগ্ৰহ জন্মিল। ততালিকে ওপৰে ওপৰে দুই-চাৰিটা বৰ্ণাশুদ্ধি চাই দি আৰো বুকপষ্ট কৰি প্ৰবন্ধটো প্ৰেছলৈ পঠাই দিলো। আৰু লগতে মেনেজাৰলৈ এই বুলি এখন চিঠি দিলো যেন আৱশ্যক হলে আগতে পঠোৱা আন প্ৰবন্ধ এটা গুচাযো বৰ্ত্তমান সংখ্যা কাকতত এই নতুন প্ৰবন্ধটো ঠাই দিয়ে।

* * * *

বাহখৰিৰ ভাল লাগনিকুৱাই সৈতে জোখাৰে শুকান কাঠখৰি জাপি দি, পিতলৰ গোটোও টৌটি লিপি-পুছি লৈ চাউলসিজোৱা এমুঠি তপতে তপতে নাকৰ তলে

গোজা যেনে টান কথা নহয়, সজ তৃতীয়া শিক্ষক কেজনমানেৰে একান্ত বাধ্য ছাত্ৰখিনি লৈও স্কুলখনত হেড্‌মাষ্টৰগিৰি কৰি ছৰ্কাৰৰ ঘৰৰ ঢকুঢক্কৰে বগা চিকাৰূপ কেইটকি 'বাকছস্থ' কৰাও তেনে কঠিন কাম নহয়।

পাছে মোৰ দশাত শনি গ্ৰহেই কুষ্ট আছিল নে কি জানো, সেয়ে দেখোন সুকলমে হৈ নুঠিল। মোৰ পিতা-দেৱ ডাকবিভাগৰ এজন প্ৰধান কৰ্ম্মচাৰী; জীৱনৰ যাই কালছোৱা অসমতে কটাই এতিয়া অসমতেই সেই বুঢ়া হাড়কেডাল গতাই দিবৰ সময় হৈছে। মই হাই স্কুলৰ হেড্‌মাস্টৰ; অসমৰ বতাহ-পানী আৰু ঢেকিয়া-কচুৰেই মোৰ এই দেহাটো গঠিত। কিন্তু ইয়াৰ ভিতৰত আচৰিত হবলগা কথা এইটোহে, এনে অৱস্থাতো তেতিয়া আমি অসমীয়া সমাজৰ নামে জুইশো খৰি নিদিয়া আছিলোঁ। সৰহ নালাগে, প্ৰায় আদহীয়া বয়সলৈকে মই অসমীয়া মাত নামাতিছিলোঁ বা মাতিবলৈ ভাল নাপাইছিলোঁ, আৰু লোকে অসমীয়া কথা কলেও বুজিবলৈ টান পাই তাত বিৰক্তিহে প্ৰকাশ কৰিছিলোঁ।

এনেবোৰ কাৰণেই নে কি কব নোৱাৰোঁ, আসামৰ ইমানখিনি স্কুল বাগৰিলোঁ, কিন্তু ক'তো মোৰ লগত জোৰ

ধাৰ পৰা মাষ্টৰ আৰু লৰাখিনি নাপালোঁ। য'লৈকে যাওঁ ত'তে দেখোন কাঠে-বাঁহে যুজাৰ দৰে যুজিবলৈহে পাওঁ! সেইবাৰ মোৰ হেড্ মাষ্টৰি যোৰহাট হাই স্কুলত। এইবাৰ কোব আটাইতকৈ চৰিল হে। সকলো দেখোন উনপঞ্চাশত। নানা কাৰণত ছাত্ৰ, শিক্ষক আৰু স্থানীয় সমাজৰ লগত মোৰ খটি-খুটিকৈ সংঘৰ্ষ বাঢ়ি যাবলৈ ধৰিলে; সকলোৱে ভাব যে চৰ্কাৰি বেতনৰ বাহিৰে অসমীয়া ছাত্ৰ আৰু সমাজৰ আশা-আকাঙ্ক্ষা আৰু উন্নতিৰ লগত মোৰ সমূলি সহানুভূতি নাই।

দিনে দিনে মোৰ অমঙ্গলৰ আশঙ্কা বাঢ়িছে। গধূলি এপাক ফুৰা অহা অভ্যাসটো মই তেতিয়াও এৰা নাই। সেইদিনা প্ৰায় আঠমান বজাত ফুৰি আটাই ঘৰমুৱা হৈছোঁ। আন্ধাৰ নিশা, বাটত কেও-ক'তো নাই, ঘৰ পাবলৈ প্ৰায় পোৱা-মাইল বাট আছে, এনেতে পিছফালৰপৰা কেইটামান কুকুৰে ঘৌ-ঘৌকৈ ভুকি প্ৰায় মোৰ গাতে উঠিছেহি; সাৰিবৰ উপায় নাই, হাতত থকা লাহি গা-ঘেলোৱা লাঠিডালকে টোঁৱাই-ভিৰাই চাইছোঁ হয়, কিন্তু পিছত মানুহৰ উছটান পাই সিহঁত একেবাৰে গাত উঠিলহি। তাৰ লগে লগে উছটাই দিয়া কেজনো মোৰ গাত পৰা গম

পালোঁ। মোৰ আত্মৰক্ষাৰ শকতি নৰল। তাৰ পাছত আৰু কি হল, মোৰ গাত হুঁচ নাই।

ভালেমান পৰৰ পাছত কেজনমান মানুহে মোক আলিখাৰৈৰপৰা তুই বাউগীত ধৰি তুলি অনা যেন পালোঁ। তেওঁলোক কোন্ তাকে সুধিবলৈ তেতিয়া মোৰ চেতনা নাছিল। তেওঁলোকে নি মোক ঘৰত শুৱাই থৈ আহিল। চাৰি দিনলৈ মই সেই অৱস্থাতে থাকিলোঁ—গালে-মুখে ঘা, সেন্দুৰলিপকাৰ আচোৰ। ডাক্তৰী চিকিৎসাত শেষত সম্পূৰ্ণ আৰোগ্য লাভ কৰিলোঁ।

এই কথা সৰহকৈ সদৰী হবলৈ নিদিলোঁ। মোৰ চিকিৎসা কৰা ডাক্তৰজন আৰু আলিখাৰৈৰপৰা তুলি অনা শিক্ষক কেজনৰ সহায়ত সকলো কথা প্ৰায় গোপনেই ৰখা হল। কেৱল [illegible] লগৰপৰা সৰু সৰু লৰাবোৰক কে [illegible] দিন মাটিয়ে-পাটায়ে বাগৰি অদ্ভুত বচনফাঁকি আবৃত্তি কৰা শুনো—"মেধি, মেধি। কুকুৰে নিলে খেদি॥ মেধি পৰিল খালত। কুকুৰে কামুৰিলে গালত॥"

এতিয়া মই চৰকাৰি কামত নাই, ঘৰত বহি পেঞ্চন ভোগ কৰিছোঁ। আজি স্থানীয় অসমীয়া সমাজৰ ভিতৰৰ

মোকো এজন সমজুৱা বুলিব পাৰি। অসমীয়াৰ সকলো আনন্দ-উৎসৱ, আশা-আকাঙ্ক্ষাত মোৰ প্ৰাণৰ সহানুভূতি আছে। বৈবাহিক সূত্ৰেও অসমীয়াৰ লগত সম্বন্ধ কৰাৰ মই সম্পূৰ্ণ পক্ষপাতী। বঙ্গৰ লগত এতিয়া আৰু মোৰ আন সম্বন্ধ নাই। অসমৰ বাসিন্দা হবলৈ অহা সকলো প্ৰবসুৱাই এইদৰে অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়াৰ মাজত জীণ যাব লাগে, এয়ে মোৰ মত। আজি মই নিজক অসমীয়া নহওঁ বুলি ভাবিব নোৱাৰোঁ; তথাপি তাহানিৰ এই ঘটনাটোলৈ মনত পৰিলে আজিও মোৰ অকলে অকলে হাঁহি উঠে।

---

## জীৱন্ত অভিনয়

ইডেন্ গাৰ্ডেনৰ ফালে আবেলি ফুৰিবলৈ যাওঁতে এদিন চকুত পৰিল—ছুটি পুতলা! নহয়, দুটি লৰা।

পিছদিনা সেই পোনে যাওঁতে আকৌ দেখোঁ—সেই একে দৃশ্য! কলিকতাত চাবলগীয়া কত দৃশ্য, কত কথা, কত কি! তেও বাৰু কিয় মনত থাকিল মাথোন সেই ছুটি পুতলা,—অ', নহয়, ছুটি লৰা!

'তুমি কালি নাহিলা; কলৈ গৈছিলা?' 'কালীঘাটৰ ফালে দেৱেনৰ লগত ফুৰিবলৈ গৈছিলোঁ।'

তাৰ পিছত আকৌ নিজম। কোনেও কাৰো চকুলৈ চাই এই কথা কেআষাৰ কোৱা নাছিল; কিন্তু বক্তাসকলৰ উদ্দেশ্য যেন খৰ্ব্ব কৰিছিল সেই সেউজীয়া ঘাঁহনিয়ে! তাত চাবি চকুৰ মিল হৈছিল।

'মোৰ অলপ কাম আছে' বুলি যেন নিজকে নিজে সম্বোধন কৰি তাৰপৰা এজন উঠি গল। ইজনেও অলপ বৈয়ে তেওঁৰ পিছ ললে, আৰু অলপ গৈয়েই সিজনৰ লগ হৈ দুয়ো অকলে যাবলৈ ধৰিলে।

দুটি পুতলা,—নহয়, দুটি লৰা; পুলক আৰু কমলা। দুইজন কলিকতাৰ ইডেন্ হষ্টেলৰ ফিফ্থ ৱাৰ্ডত থাকি পঢ়া অসমীয়া লৰা; পঢ়ে কলেজৰ ফাষ্ট য়েৰত। তেওঁ-লোকৰ সাজপাৰ পিন্ধা ধুনৰ কথা কবই নালাগে, আঁতৰৰ পৰা দেখি ভুল হয় কলিকতীয়া শল্পীৰ কাৰি-কৰীৰ দুটি পুতলা বুলি; কাম চাপিলে, ঠাকুৰ কবিৰ ভাষাৰে, "গন্ধ তাহাৰ ভেসে বেড়ায় আঁধাৰ ভৰিয়া।"

কলিৰ চহৰ কলিকতা; তাতে দুয়ো ভৰি দিছে পোনেই বিশ্ববিদ্যালয়ৰ জীৱনৰ দুৱাৰদলিত। বাগ নাই, জাল নাই; যি লাগে বুলিছে, অযাচিতে তাকেই পাইছে। নতুন ৰমান্টিক যুগৰ চেঙেলীয়া কবি কীট্ছ, শ্বেলী বাইৰণৰ প্ৰেম-কবিতাই তেওঁলোকৰ সেই অৱস্থাৰ মান-

সিক আহাৰ যোগাইছে; কলিকতাৰ এনভাইৰণমেণ্টে সেই ডেকা উত্তমৰ যজ্ঞত ঘিউ ঢালি দিছে। যেনিয়ে চায় তেনিয়ে বিভোপন সংসাৰ, সকলো সৌন্দৰ্য্যময়; কেউপিনে কেৱল ৰমান্স্, কেৱল ছেন্টিমেণ্ট্!

পুলক কমলা দুয়ো সহপাঠী; কিন্তু সহপাঠী স্বৰূপে তেওঁলোকৰ মাজত যিমান ঘনিষ্ঠতা হব পাৰে, তাতকৈ তেওঁলোকৰ হলিগলি সৰহ। কমলাই সাধাৰণতে পুলকক লগ নোলোৱাকৈ আন লৰাৰ লগত, ফুৰিবলৈ নাযায়। কমলাৰ অন্তৰ আৰু বাহিৰৰ চলন-ফুৰণো ছোৱালীৰ দৰে কোমল আৰু লাজকুৰীয়া। কতদিন যে পুলকৰ টান মাতত, কটুৱা আচৰণত, তেওঁৰ দুগাল চকুলোৰে তিতি গৈছে; কতদিন ৰাতি হষ্টেলৰপৰা পলাই থিয়েটাৰ ছিনেমা চাবলৈ ওলাই গৈ আকৌ উলটি পাটীত পৰিছেহি, আৰু চকুলোৰে গাৰু তিয়াই দিছে, তাৰ লেখ-বুজ অৱশ্যে কোনেও ৰখা নাই। পুলকৰো সেইদৰে কমলাৰ তেওঁৰ প্ৰতি কেতিয়াবা উদাসীন আৰু আওকণীয়া ভাব দেখি কল্পিত দুখ-ভাৱনাৰ ভাৱৰীয়া হৈ জীৱনৰ অনেক বাংঢালি ৰদঘাই দিন গোমা আৰু গেলা-ডাৱৰীয়া বতৰত পৰিণত হোৱা নাই বুলি কেৱে ন দি কব নোৱাৰে।

কমলা বাস্তৱতে নিচেই কোমল বয়সৰ আৰু সৰল মনৰ লৰা ; ঘৰত আলসুৱা হৈ উঠাৰ কাৰণে তেওঁ সংসাৰৰ একেবাৰে আওভাও নাপায়। একে ঠাইৰে একেলগে লৰা পঢ়া বুলিয়ে পুলকৰ ওপৰত তেওঁৰ নিৰ্ভৰ ; কিয়নো বয়সত আৰু অভিজ্ঞতাত পুলক তেওঁতকৈ ভালেখিনি পৈণত।

বিশ্ববিদ্যালয়ৰ জীৱন অনেকৰ যেনেকৈ নানা আকাশী কল্পনাতে যায়, পুলক আৰু কমলাৰো সেইদৰেই নগৈ নাছিল ; দিনটীয়া জীৱনৰ কঠিন স্পৰ্শ তেওঁলোকে ভাল নাপায় আৰু তাৰ সলনি বিলাসৰ কোমল কোলাত আধা মেলা চকুৰে শুই কটায়। পুলক আৰু কমলাৰ এই দায়িত্বহীন জীৱন যে এটা সুখৰ সমাজিক মাপোন, এই কথা অন্ততঃ পুলকে কেতিয়াও ভাবিব নোৱাৰিছিল ; বাস্তৱতে ঘটাৰ দৰে কাল্পনিক সুখত তেওঁলোকে স্বৰ্গীয় মৌ পান কৰি নিজক সাৰ্থক বোধ কৰিছিল আৰু দুখত ছাটিফুটি কৰি নৰকৰ জীয়া-যন্ত্ৰণা ভুগিছিল ; আৰু এই দুই অৱস্থাৰ চূড়ান্তত অনেক দিন তেওঁলোকৰ বিনিদ্ৰ বিভাবৰী হৈছিল।

দুইৰো লগ এৰা-এৰি হব নোখোজা ভাব, কলেজৰ ক্লাছৰ প্ৰক্সিৰ দিহা কৰি ট্ৰেমত উঠি বা খোজ কাঢ়ি দূৰলৈ

গৈ নিৰলে বহি কৰা নানা প্ৰীতি-আলাপন আদিৰে দুইকো দেখিলে মনত পৰে, যেন পুলক আৰু কমলা সেই কোনোবা সত্যযুগৰ এযুৰি "ক্ৰৌঞ্চ" পখী, যুগ-যুগান্তৰৰ সংস্কাৰৰ ফলত বৰ্ত্তমান অৱস্থা পাইছেহি ; এতিয়াও যেন কোনোবা ব্যাধৰ শৰত তাৰে এটি পৰিলেই আনটিৰ ছাটি-ফুটি দেখি কোনোবা বাল্মীকীৰ মুখে আকৌ নৱজগতৰ আদিকবিতাই শোক-শ্লোক ৰূপে জন্ম পাব।

পুৱা বা আবেলি ৰেষ্টৰেণ্টত চাহ খাবলৈ বহোঁতে দুইৰো অৱিয়া-অৰি লাগে, কোনে চাহ খুৱাব। পুলকৰ ইচ্ছা, সদায় তেৰেঁ দোকানীৰ লগত চাহৰ খৰচৰ লেন-দেন ৰাখিব আৰু কমলাই চাহ খাব; কমলাৰ মনেৰে পুলকে সদায় কিয় চাহৰ খৰচ দিব? তেৰোঁ ধনী মানুহৰ লৰা; তেৰোঁ মাজে-সময়ে পুলকক চাহ নুখুৱালে তেওঁৰ অৱস্থাৰ সম্মান ৰক্ষা নহয়। এনে অঁৰিয়া-অঁৰিত কেতিয়াবা পুলকে আৰু কেতিয়াবা কমলাই বলেৰে দোকানীক দুইৰো চাহখোৱাৰ খৰচ দি আহে।

হাজাৰ হলেও, সুখৰ সপোন কেতিয়াও সুদীঘল নহয়, পুলক কমলাৰ এই কথা ভুলতো মনত নপৰিছিল যদিও ক্ৰূৰ বিধিয়ে হলে তালৈ অকণিও পাহৰা নাছিল। তাৰ প্ৰমাণ স্বৰূপে, পুলকে যিদিনা কলেজৰ প্ৰথম বাৰ্ষিক

শ্রেণীৰ পৰাই উত্তীৰ্ণ হব নোৱৰাৰ বাতৰি ওলাল, আৰু তাৰ অৰ্থৰ সোঁতে ডাক্তৰৰ ব্ৰহ্মচাৰী ইনজেকশ্যনৰ ঔষধৰ দৰে তেওঁৰ শিৰে শিৰে বৰলৈ ধৰিলে, তেতিয়া পুলক সেই স্বপ্নৰ ৰাজৰাজেশ্বৰ গুচি থিতাতে বাটৰ ভিকহু হল। তেতিয়াহে তেওঁৰ চেতনা আহিল, তেৱেঁই এবছৰৰ আগত দ্বিতীয় বিভাগত মাতৃকুলনাশন কৰাৰ পাছত পিতৃকুলনাশনৰো দিহা কৰি অৰ্থাৎ মাকৰ কটনা কটা ধনৰ ভিখাছন কৰি মাজে-সময়ে তেওঁৰ ডিঙিৰ-কাণৰো বেচি, এতিয়া পৈতৃক মাটি-ভেটিৰ এফাল বন্ধক দি বিজ্ঞান পঢ়িবলৈ বুলি কলিকতালৈ আহিছিল; এতিয়া সেই বিজ্ঞান কাতি কৰি থৈ যৌবনৰ বিজ্ঞানে তাৰ ঠাই লৈ তেওঁক 'বেজ্ঞান' কৰি পেলালে! কিন্তু এতিয়া বুজা-নুবুজা সমান, এতিয়া যে—টু লে'ট্‌ !!

* * *

কমলা এতিয়া এজন গ্ৰেজুৱেট্; ঘৰতে থাকি তেওঁ পিতাদেৱেকৰ কাঠৰ কাৰবাৰ আৰু নতুনকৈ চাহবাগিচ মোকোলোৱা কামত মূৰ পুতি লাগিছে। সংসাৰৰ ঠেলা এতিয়া পুলক ক'ত তাৰ বুজ নাই; সেই আমৰণ বন্ধুত্ব প্ৰতিশ্ৰুতি, সেই নলে-গলে লগা সম্বন্ধৰ এতিয়া গোন্ধ ভাপ একোৱেই নাই। কমলাই এতিয়া চাগৈ বুজি

পাৰিছে, সেই বিশ্ববিদ্যালয়ৰ জীৱনৰ আত্মাহীন বন্ধুত্ব আৰু উৎকট অনুৰাগ এটা অসাৰ অভিনয় মাথোন ! কিন্তু অসাৰ হলেও, পুলক আৰু কমলাৰ জীৱনৰ সি এক জীৱন্ত অভিনয় !!

---

# দীপাৱলি

## দ্বিতীয়

### সাদৰীৰ মৃত্যুশয্যা

( ১ )

গাঁৱত সেইবাৰ ইনফ্লুৱেঞ্জাই পোনপ্ৰথমে দেখা দিয়ে। আই-এ পৰীক্ষা দি মই ঘৰলৈ গৈছোঁ, গৈয়েই নৰীয়া পৰিছোঁ। পোনতে ইনফ্লুৱেঞ্জাৰ একো লক্ষণকে দেখা নগৈছিল, মাথোন কেদিনমান ধাৰাবাহিক জ্বৰ, গাত চেতনা নাই।

এনে অৱস্থাত এদিন সাঁজ লাগি ভগাৰ পাছত মই ঢাৰি-পাটীত পৰি আছোঁ, চকু দুটা জাপ গৈ আছে, কিন্তু কাণ দুখন সাৰে আছে; তেনেতে যেন মোৰ শিতানত বহি কোনোবাই 'জ্বৰ কেনে কৰিছে?' বুলিলে। তাৰ পিছ মুহূৰ্ত্ততে কোনোবাই কপালত হাত দি চোৱা গম পালোঁ। সেই স্পৰ্শৰ পৰাই যেন তাৰ কৰ্ত্তাজনৰ বিষয়ে কিবা এটা ভাল অনুমান হৈ গৈছিল। এনেতে জানিবা

চকু দুটা মেল খালে।—তেতিয়াও যেন মই মোৰ সেই সুখ-কল্পনাতে। কাৰণ, মনে মনে যাৰ ছবি আঁকিছিলোঁ, উমানত যাক ধৰিছিলোঁ, চকুৰ আগতো তেৱেঁ।

মোক চকু মেলি চোৱা দেখি তেওঁ আকৌ কলে, 'জ্বৰ হৈছে বুলি মই আজিহে শুনিলোঁ।' কাৰবাৰ কুসুম প্ৰাণত অলপ দুখৰ সঞ্চাৰ হোৱা যেন বোধ হল! মই বাধা দি কলো, 'নাই, জ্বৰ হোৱা আজি তিন দিনহে হৈছে! সেইদিনা গধূলি তোমালোকৰ ঘৰৰ পৰা আহোঁতেই গাটো অলপ বেয়া লাগি আহিছিল; ৰাতি দেখোন তমোময় জ্বৰ উঠিল।' তেওঁ কলে, 'বৰকৈ কথা কব নালাগে, গাত জ্বৰ এতিয়াও বাককৈয়ে আছে। অলপ আকৌ শোৱাঁ।'

এনেতে আইতা আহি তেওঁক এখন তামোল দিলে, আৰু মই সেই কেদিন জ্বৰত অচেতন হৈ থকাৰ কথাও কলে। অলপ পৰ কথা হৈ আইতা আকৌ কামত কেনিবা গল! মোলৈ ভালেখিনি পৰ করুণ দৃষ্টিৰে চাই থাকি এবাৰ গাত হাত দি তেওঁ মেলানি মাগিব খুজিলে। অন্তৰৰ এডালি নিৰব তাঁৰ এই সঙ্কেতৰ আঘাত লাগি যেন কঁপি উঠিল! মোৰ মুখত মাত নোলাল; তেওঁ লাহে লাহে উঠি যাওঁতে মোৰ শিতানৰপৰা ভালেমান

## সাদৰীৰ মৃত্যুশয্যা

পৰৰ মূৰত এটি দেৱদূত উঠি যোৱা যেন লাগিল।
শিতান শুদা হৈ গল,—লগতে যেন অশুবো !!

( ২ )

জ্বৰৰ লগতে কাহো আৰম্ভ হল, লগে লগে গাৰ বিষও। ইনফ্লুৱেঞ্জাৰ তাল তেতিয়াহে ভালকৈ বাজি উঠিল। আজ ছয় সাদিন এইদৰে পৰি আছোঁ, দুই এজন লগাভগাৰ বাজে এই কেদিন কাৰো মুখ দেখিবলৈ নাই; লাহে লাহে জানিব পাৰিলোঁ, গাঁও-ভুঁই জুৰি চাৰিওফালে ইনফ্লুৱেঞ্জা। মোৰ শয্যাগত অৱস্থাতে এদিন যেন বিশেষকৈ কাৰবাৰ জ্বৰৰ কথা মোৰ শোৱাকুঠৰীতে কোনোবাই কোৱা-মেলা কৰিছিল! কথাষাৰ কাণেদি অলপ সোমাল মাথোন, সেই বিষয়ে জ্বৰত আৰু একো ভাবিব নোৱাৰিলোঁ।

কিছুদিনৰ মূৰত জ্বৰ এৰিলে। লাহে লাহে গা টঙাবলৈ কাৰবাৰ কৰিছোঁ। এনেতে এদিন এজন সমনীয়াৰ লগত এখুজি-দুখুজিকৈ বাটৰ ফালে ওলাই গলোঁ। আগত দেখিলোঁ যেন প্ৰলয়কাৰী ধুমুহা এটাই অলপ আগতে ভাঙি চুৰমাৰ কৰি যোৱা এখন সংসাৰ! বৰষুণ নোহোৱাত প্ৰায় কুৰি পঁচিশ দিনৰ খৰ্খৰীয়া ৰ'দত গোটেই সংসাৰ যেন ধূলিময়! গছৰ পাতবোৰো সেই ধূলিতেই মজি

আছে! ভাবিলোঁ, ঋতুৰাজ বসন্তৰ এই ৰাজৰাজ্যত ( তেতিয়া চ'ত মাহ ) খৰাং আহি আধিপত্য বিস্তাৰে কিয় ?

এইদৰে এখোজ-দুখোজকৈ গৈ এটা পদূলি পালোঁ। ঘৰৰপৰা ওলাই আহি যে আৰু পদূলি পোৱা নাছিলোঁ এনে নহয় ; কিন্তু সেই পদূলিবোৰৰ ভিতৰত যেন সেইটো কিবা বিশেষ! আন নালাগে, ভৰি দুটায়ো যেন সেই পদূলিটো পাৰ হৈ যাব নুখুজিছিল! যি হক, তাৰ অলপ সিফাল হলোঁ, আৰু লগৰীয়াজনক বিদায় খুজি তাৰে-পৰা উলটিলোঁ।

উলটি আহি সেই ঠাইডোখৰ পাই আকৌ সেই সমস্যা! তাৰ সমাধান কি ? সোমাম নে নোসোমাম! মনত পৰিল, পিছৰ বাৰ নহয়, আগৰ বাৰতে, সেই ঘৰত শুনা কাৰবাৰ বিশেষ নবীয়াৰ কথা! আৰু কি মনত পৰিল?—নাই, নকওঁ।

( ৩ )

দুৱাৰখন কানী-দুৱৰী হৈ আছিল। কত শঙ্কা, কত আবেগ! দুৱাৰমুখতে খন্তেক বৈ লাহেকৈ দুৱাৰখনি ঠেলি ভিতৰ সোমালোঁ। বাহিৰে-ভিতৰে কেউপিনে নিজঞ্জাল। তেতিয়া সাঁজ লাগি ভাগোঁ-ভাগোঁ হৈছিল।

চ'ৰা-ঘৰ এৰি মাৰলঘৰলৈ সোমালোঁ। মজিয়াখনৰ সোঁমাজতে এটি সৰু চাকি—গছাৰ ওপৰত বহি সিও যেন গৃহস্থৰ কিবা দুখ পতিয়াইছে! তাকে বেৰি লৈ তিনিখন চালপীৰাৰ ওপৰত কাপোৰ-কানি লৈ দীঘল দি পৰি থকা তিনটি দুৰ্ভগীয়া প্ৰাণী!

মই হাতত-সাৰে ভৰিত-সাৰে দুখোজমান আগ বঢ়াইছোঁ, এনেতে সেই নৰীয়াবেপুৰা 'কোন সেয়া?' বোলা এটি খীণ আকুল মাত বতাহত কঁপি কঁপি মোৰ কাণত পৰিলহি। মই সেইফালে চাপি গলোঁ। তেওঁ হাতখনি আগবঢ়াই দিলে। উস্, সেই হাতখনি! সেয়ে যে এদিন মোৰ জীৱনত কণাৰ লাখুটি যেন আছিল! তাকে সাবটি লৈ কি স্বৰ্গসুখ পাইছিলো! সেই হাত-খনিৰ আজি কি অৱস্থা—একেবাৰে জীৰ্ণ-শীৰ্ণ! সেই সুগঠিত সুঠাম দেহ! আজি তাৰ ঠাইত?—ই যে মোৰ সপোনৰও অগোচৰ!

মাক মোৰ গুৰিলৈ আহিল। মাকত বাজে ঘৰৰ আন কেউটিৰে ইনফ্লুৱেঞ্জা, তাৰ ভিতৰত তেওঁৰে টান। সেই দিনাৰে দুদিন ডাক্তৰ লগাইছে, ভালৰ লক্ষণ হলে একো নাই। মোৰ আগতো তেওঁ ক্ৰমে নানা ভ্ৰম বকিবলৈ ধৰিলে। মাকে মোৰ আগত সকলো কথা কৈ

বৰ দুখ কৰিলে। আন নবীয়াবোৰো চাই-চিতি, মাকক বুজাইবৰাই ঘৰলৈ উলটিলোঁ। ঘৰত সমূলি ভাল নালাগিল। ভাত খাবৰ মন যোৱা নাই বুলি সেইদৰেই পাটীত পৰিলোঁহি।

ভাগ্যৰ মুকলি আকাশত এই প্ৰথম ক'লা মেঘে দেখা দিলে যেন অনুমান হল। মনত ভয়ৰো সঞ্চাৰ হল নানা গুণনি-চিন্তনিৰ পাছত কেতিয়া টোপনি আহিল কব নোৱাৰোঁ। মাজতে এদিন নে দুদিন মই তালৈ যাব নোৱাৰিছিলোঁ; তাৰ পিছত গৈ যি দেখিলোঁ, মোৰ সাদৰীৰ যি অৱস্থা দেখিলোঁ, সেই কথা মনত পৰিলে আজিও মোৰ হিয়াৰ আমঠুৰে নৈতে ক'লা পৰি আছে!

জ্বৰে ভিতৰ-নাৰেঙাত পৰিণতি লভিলে। ডাক্তৰী চিকিৎসাৰপৰা একো গুণ নধৰিলে। সকলো নিৰাশ হল। তেওঁৰ জীৱন এতিয়া গাঁৱলীয়া বেজৰ দেৱাই-পানীৰ ওপৰত নিৰ্ভৰ কৰিছে।

সেইদিনা বাৰটো মঙ্গলবাৰ। নবীয়াবো সেইদিনা টান কৰিছে। সকলোৰে বিশ্বাস, নবীয়া সেইদিনা ৰক্ষা পৰিলেই আৰু ভাল হোৱাত শঙ্কা নাই। পুৱাৰে পৰা মই তেওঁৰ ঘৰতে থাকি ইফাল-সিফাল কৰিছোঁ। ৰাতি তেওঁৰ সমূলি টোপনি অহা নাছিল; দিনটোও ছাটিফুটি

কৰিয়ে আছে, শুব পৰা নাই। দুপৰীয়া সময়টোতে এবাৰ ঘৰলৈ আহি আকৌ গলোঁ। মাকে কৈছিল, ইয়াৰ ভিতৰতে হেনো তেওঁ মোক বিচাৰিছিল।

দুপৰ ভাটি দিয়াৰ পৰা তেওঁৰ অলপ টোপনি আহি-ছিল। মই ওচৰতে বহি আছোঁ; কেতিয়াবা গাৰ কাপোৰ-কানি খহি গলে তাকে গাত তুলি দিওঁ। এবাৰ তেওঁ চকু দুটি মেলি সেহাই কলে, 'তুমি আজি ইয়াতে থাকিবা, ঘৰলৈ যাব নালাগে দেই!' মই আগ্ৰহেৰে সম্মতি প্ৰকাশ কৰিলোঁ, কিন্তু তাৰ কাৰণ তেওঁক সুধি-বলৈ সাহ নহল। তেওঁৰ গা তেতিয়া অলপ ভাল পাইছে বুলি কোৱাত তেওঁক আকৌ শুবলৈ কলোঁ।

আকৌ তেওঁ কফে ধৰি সাৰ পালে। অলপ পৰ হেন্দোল-বান্দোল কৰি থকাৰ পাছত কফ গুচিল আৰু তেওঁ দুটি চকু মেলি ৰল। মই ভাবিলোঁ, তেওঁ ভাললৈ আহিল। কিন্তু তেতিয়া ঘৰত বহি থকা সকলো মানুহ ওচৰ চাপি আহিল, আৰু কান্দিকাটি হুৰাদুৰা লগাবলৈ ধৰিলে। মই তাৰ অৰ্থ একো নুবুজি বিমোৰ হলোঁ। এনে দৃশ্য তো মই ইয়াৰ আগেয়ে দেখা নাছিলোঁ! সকলোকে তেনে কৰা দেখি মই ভাবিবলৈ ধৰিলোঁ, মোৰ কি সৌভাগ্য-সূৰ্য্য-স্বৰূপ এই সোণৰ প্ৰতিমাখনি ভৰ

চুপৰতে কাল-সাগৰত লয় পাব ? হায়, দুইবো জীৱনৰ উমৈহতীয়া সকলো দুখ-চিন্তাৰ বোজা অকল মোৰ মূৰৰ ওপৰত দি সাদৰী আঁতৰি যাব পাৰিব বুলি ভাবিবৰ মোৰ সত নগল।

মোৰ মনৰ এনে অৱস্থাত সাদৰীক কোনোবাই বাহিৰলৈ উলিয়াই আনিলে, ময়ো ওলাই আহিলোঁ। চাওঁতে চাওঁতে অনন্ত আকাশৰ অনন্ত বিস্তাৰিত নীলিমাৰ অপূৰ্ব্ব প্ৰতিভাই তেওঁক চকু দুটি জপাই ধৰিলে !! ময়ো সাদৰীৰ সেই অপাৰ কল্পনা বুজিবলৈ চকু মুদিলোঁ। তাৰ পাছত তেওঁক সাবটি লৈ মোৰ প্ৰাণ অনন্ত উদাৰ আলোকত মিলি গল। প্ৰাণ-সাগৰত দুয়ো ওপঙি ওপঙি সিপাৰ পালোঁগৈ, আৰু তাতে বহি বিশ্ব-প্ৰকৃতিৰ অময়া ৰাজ্যত দুটি প্ৰাণে অমৰ সুখ উপভোগ কৰিছোঁ। ইয়াতকৈ অধিক আৰু একো মনত নপৰে।

---

# তিৰুতাৰ প্ৰাণৰ কথা

( ১ )

উজানমুখীয়া "হক" জাহাজত উঠি সেইদিনা পুৱা আঁঠ বজাত তেজপুৰৰ পৰা ককিলামুখলৈ বুলি ওলাইছোঁ।

লগত যাত্ৰীৰ লেখ নাই। জাহাজ এৰিবৰ হৈছে। মই দখিণ পাৰলৈ মু কৰি ডে'কৰ লোহাৰ হেঙাৰতে হাত দি যাবৰ উপক্ৰম কৰিছোঁ। এনেতে পিছফালৰ পৰা কোনোবা তিব্বতাই চিনাকি অসমীয়া মাতেৰে মোক অভিবাদন কৰিলে। উলটি চাই ময়ো ঘুৰাই অভিবাদন জনালোঁ। নেদেখাকৈ যি অনুমান কৰিছিলোঁ, প্ৰত্যক্ষতো সেয়ে হল।

তেওঁ এগৰাকী নামজ্বলা অসমীয়া সাহিত্যিকা। কথা-বাৰ্ত্তাৰ পৰা জানিলোঁ, তেৰোঁ এছোৱা বাটলৈ মোৰ সহ-যাত্ৰী হব। দুয়ো দুইৰো সঙ্গ পাই বৰ আনন্দ পালোঁ। জাহাজ এৰি দিলে। ভালেখিনি পৰ দুয়ো ওচৰা-উচৰিকৈ ঠিয় হৈ পুৰণি শোণিতপুৰৰ মনোহৰ দৃশ্য চাই চাই নিমাতে যাবলৈ ধৰিলোঁ। আহিন মাহ; ওপৰগড়ালৈকে চপচপীয়া পানী। তাৰ ওপৰত পুন্নাৰ ৰ'দ-কাচিয়লি পৰি তিৰবিৰাব লাগিছে! এনেতে পাৰৰ জাওবনৰ মাজেদি এটি বনগীতৰ শেষ কথাফাঁকি আহি স্পষ্টকৈ দুইৰো কাণত পৰি সেই বাক্যময় মধুৰ নীৰৱতা ভাঙি দিলে—

'যাবৰে বেলিকা গাতে নলগালা,
কথা থৈয়ে গলা বুকত।'

( ২ )

গীতফাঁকি দুইবো কাণত পৰাৰ লগে লগেই যেন কাণতে পমি গল। তাৰ লগে লগেই দুইবো চকুৱে চকুৱে পৰিল। তেওঁ এটি হাঁহি মাৰি আকৌ তলমূৰ হল। তেওঁৰ সেই হাঁহিত কি আছিল? নহয়, তাত নাছিল কি? তাত আছিল প্ৰেম, তাত আছিল ঘৃণা; তাত আছিল বেজাৰ, আৰু আছিল তাত লাজ। পুৰাৰ ৰ'দালিয়ে এই সকলো ভাবৰ এটি মধুৰ সমাবেশ ঘটাই নিপুণ শিল্পীৰ দৰে তেওঁৰ মুখত এটি অপূৰ্ব্ব জেউতি জিলিকাই তুলিছিল।

সুৰুযৰ শেষ কিৰণৰ দৰে বনবীয়া নাঁৱৰীয়াৰিৰ শেষ ফাঁকি দুইবো কাণেদি চোকা কাঁড়ৰ দৰেই সোমাইছিল। পানীত লোণৰ দৰে কথাষাৰি বাহিৰে যদিও কাণত পমি গৈছিল, তাৰ অস্তিত্ব হেৰোৱা নাছিল। অলপ পৰৰ পাছত আকৌ এই নিস্তব্ধতাৰ বাগ্মিতা ভঙ্গ কৰি তেওঁ যেন নিজে নিজেই কৈ গল—'তিক্ততাৰ বুকত মানুহে কত কথা নো থৈ নাযায়!'

তেতিয়া আমি লগৰ সেই অলেখ যাত্ৰী, তেওঁলোকৰ কথা-বাৰ্ত্তা, চিঞৰ-বাখৰ, উঠা-নমাৰ কথা পাহৰি গৈছিলোঁ; ভাবিছিলোঁ, বিশাল ব্ৰহ্মপুত্ৰৰ বুকুত এই ক্ষুদ্ৰ

জলযান, আৰু তাৰ বুকুত তাতোকৈ ক্ষুদ্ৰ আমি দুটি প্ৰাণী! জাহাজৰ চকাই মহাদৰ্পে পানী ভাঙি গৈছিল, আৰু তাৰ কাষে কাষে বগা ফেনবোৰ যেন সেই দৰ্পকে পৰিহাস কৰি উজাই গৈ আছিল। তেওঁ তাৰৈকে চাই চাই এই কথাষাৰি কৈছিল, আৰু কথা শেষ হোৱাৰ লগে লগে তেওঁ স্থিৰভাৱে মোৰ ফালে চালে। তাৰ পাছত আকৌ কিছুপৰ দুয়ো মৌন হৈ ৰলোঁ।

(৩)

'ঈশ্বৰ নিজে পুৰুষ নোহোৱা হলে বোধকৰোঁ তিকতাৰ কাৰণে তেওঁ এনে পক্ষপাতিতা দোষত নপৰিল-হেতেন।' এই বুলি তেওঁ বেজাৰসনা এটি মিচিকিয়া হাঁহিৰে মোৰ ফালে চালে। তেওঁৰ মুখখনিত তেতিয়া মই নিষ্ঠুৰ চিকাৰীৰ বিষসনা কাঁড়ৰ আগ লগা এজনী আজলা হৰিণীৰ মুখৰ এটি সহনশীল ভুৰ ভাব দেখি ছিলোঁ; তাত প্ৰতিহিংসাৰ লেশমাত্ৰও নাই।

আপুনি বেয়া নাপাব, আৰু বেয়া নাপায় বুলি জানিহে আপোনাক মুকলিকৈ আজি দু-আষাৰ কথা কবৰ মন গল। ক'ৰ বাটৰুৱা এদিনীয়া অতিথি এজন আহি দুষাৰ মিঠা কথা কৈ তিকতাৰ যতনৰ এসাঁজ ভাত খাই গল; যেই নিজ কাৰ্য্য সিদ্ধি হল, "যাৰ যহত শাব

সেন্দূৰ” তাকে “ভোকোৰা এন্দুৰ” পাতি চৰাই উৰা দৰে ভুটুংকৰে উৰা মাৰিলে ; ঈশ্বৰে আক' তিকতাৰ প্ৰাণ কিদৰে গঢ়ি দিছে,চুকৰ টৌ-খুটি দেখি মনৰ সন্তাপত পুৰি মৰিছে—“কথা থৈয়ে গলা বুকত !”

'পুৰুষৰ নিৰ্ম্মম নিষ্ঠুৰতা, অৱজ্ঞা আৰু বিদ্ৰুপৰ শৰ কিমান চোকা আৰু বিষাল, তাৰ পৰীক্ষা কৰিবলৈকে তো আক' নাৰী-হৃদয়ৰূপী বিধাতাৰ অনুপম কোমল ৰচনা !! নহয় জানো বাৰু ?'

তেওঁৰ এই শেষ শ্লেষ উক্তিয়ে মোকো কাঁড়ৰ দৰেই বিন্ধিলে। মই অপ্ৰতিভ হৈ পৰিলোঁ। হঠাৎ তেওঁ অলপ উত্তেজিত হোৱা যেন বোধ হৈছিল। পাছত নিজেই কিবা অন্যায় কৰিছে যেন ভাবি কিছুপৰ নিমাতে থাকি তেওঁ আত্ম-সম্বৰণ কৰিলে।

( ৪ )

আপুনি আৰু আপোনাৰ দৰে দুই এজনে মোক নিজে জানে বুলি, ঘিণৰ চকুৰে নাচাব পাৰে ; শিক্ষিত সমাজত ভদ্ৰতাৰ বাহিৰৰ আড়ম্বৰ ৰক্ষা কৰি চকুৰ আগত মোক লোকে নিন্দা নকৰিব পাৰে ; কিন্তু স্বৰূপতে আজি মোৰ সমাজত ঠাই নাই, সমাজৰ বাবে মই পতিতা ! ই উলঙ্গ সত্য ; ইয়াক মিছাৰ সাজপাৰ পিন্ধাই নিজক

ভালৰি লগালে কি হব ? জীৱনৰ মোৰ দেড়কুৰি বছৰ কাল পাৰ হৈ গল। যোল-সোতৰ বছৰলৈকে আই-বোপাইৰ পাখিৰ তলত জিৰালোঁ ; তাৰ পাছত আনে আশ্ৰয় যাচিলে। আথেবেথে কাষ চাপি গলোঁ ! বুজা নাছিলোঁ যে মোক নিৰাশ্ৰয়া কৰিবৰ বাবেইহে সেই আশ্ৰয়ৰ অৱতাৰণা ! এইদৰেই মোৰ এই বাৰ বছৰ বনবাস ; এটি দুৰ্ভগীয়া আত্মা সন্তান স্বৰূপে লগ লাগি-লহি,—সমাজত আজি তাৰ জনকৰ নাম মই কব নোৱাৰোঁ ; সি অনধিকাৰ চৰ্চ্চা হব ! জীৱন্তেও মোৰ পোনা আজি পিতৃহীন !!'

অলপ ৰৈ তেওঁ আকৌ লাহে লাহে কবলৈ ধৰিলে—'বাৰু, আপোনালোক পুৰুষে তিৰুতাতকৈ ওখ বুদ্ধিবৃত্তি থকা বুলি ওখ আসন দাবি কৰে ; কিন্তু এই ওখ বুদ্ধি-বৃত্তি তল বুদ্ধিবৃত্তিসকলৰ ওপৰত প্ৰবঞ্চনা আৰু অন্যায় কৰিবৰ কাৰণেই ঈশ্বৰে দান কৰিছিল নে কি ?

'মোৰ স্বামী ( তেওঁ এতিয়াও মোৰ স্বামী ) এজন উচ্চ শিক্ষা পোৱা ভাল কুলৰ মানুহ। কুলত মই তেওঁ-তকৈ নীহ। কিন্তু সেইটো মোৰ দোষ জানো ? তেওঁ মোৰ শৰীৰ স্পৰ্শ কৰাৰ আগতেই এই কথা জানিছিল, আৰু জানিও তেওঁ মোক গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ

কৰিছিল। কিন্তু যেতিয়া চিনাকি দিবৰ সময় হল, তেতিয়া তেওঁ মোৰ গাৰ আঁৰতো লুকাবলৈ তত হেৰুৱালে। অৱশেষে ময়েই তেওঁক তেওঁৰ নিৰ্দ্দেশমতে মোৰ নিজ ভৱিষ্যতৰ, মোৰ প্ৰাণৰ পোনাটিৰ ভৱিষ্যতৰ আশাৰ ভিত্তিত গৰকা মাৰি, তেওঁক তুলি ধৰিলোঁ; মোৰ ওপৰতে জগতৰ সকলো অনিৰ্দ্দিষ্ট সন্দেহ আৰু অপযশৰ মেঘ চপাই ললোঁ! তাৰ ফলত আজি সমাজত তেওঁ বিয়া-বাৰু কৰাই আগশাৰীত ঠাই পাইছে, আৰু মই সকলো অপযশৰ বোজা বৈ জীৱন কটাইছোঁ।'

( ৫ )

দূৰত এটি ঘাট দেখা গল। তেওঁ সেই ঘাটতে নামিব; তাৰ বাবে সাজু হল। লাহে লাহে তেওঁ এই সকলো কথা মনৰপৰা জোকাৰি পেলাই মনটো আকৌ পাতলাবলৈ যত্ন কৰিলে। তেওঁ এবাৰ মোৰ ফালে অতি শান্তভাৱে চালে।—

'আপুনি মোক ভুল নুবুজে যেন; তেওঁক দোষ দিবলৈ মোৰ একো নাই। তেওঁ মোৰ চিৰ-আৰাধ্য প্ৰাণৰ দেৱতা। তেওঁ সকলো দোষৰ অতীত। মই তেওঁৰ সুখত চিৰসুখী, তেওঁৰ সৌভাগ্যত চিৰ-ভাগ্যৱতী! যদি মই কাৰবাৰ ভীৰুতা আৰু হীনতাক আক্ৰমণ

কৰিছোঁ, তেন্তে সি আমাৰ সমাজৰ এজনহে, তেওঁৰ নহয়। মানুহ সমাজৰ পুতলা, তাক ডোল লগাই সমাজে সদায় নচুৱাবই লাগিছে। কেতিয়াবা মোৰ নিজ কপালক ধুষিছোঁ, কিয়নো তেওঁ এই সমাজৰে এজন! কিন্তু সমাজৰ ওপৰত উঠা হলে তেওঁ সাক্ষাৎ দেৱতাই হলহেতেন। কিন্তু তেওঁ মানুহ ; সেই দেখিয়েই তেওঁক অধিক ভাল পাইছোঁ। তেওঁ যেতিয়া বিপদত পৰিল, তেওঁক ৰক্ষা কৰিবলৈ যি পাৰিলোঁ সকলো কৰিলোঁ ; কিন্তু সি মোৰ কৰ্ত্তব্যৰ চাৰিসীমাৰ ভিতৰতেই আছে। অৱশ্যে সহিছোঁ, তিক্ততা—দুৰ্ব্বিসহ তিক্ততা বুলিও, বহুত সহিব পাৰিছোঁ যেন লাগিছে। ইমানকে কৰিব পাৰিম বুলি স্বপ্নতো ভবা নাছিলোঁ! আশীৰ্ব্বাদ কৰিব, যেন বাকী দিনকেটাও কোনোমতে এইদৰেই কটাই দিব পাৰোঁ।'

এই বুলি তেওঁ হাতত "ছুট্‌ কে'ছ্‌'টো লৈ তললৈ নামি যোৱা খটখটিত ভৰি দি সেইদৰেই অতি বিনয় আৰু শ্ৰদ্ধাৰে মোক প্ৰণাম জনালে। তেওঁৰ মুখত তেতিয়াও সেই বেজাৰ-মিহলি হাঁহিটি। মই মন্ত্ৰমুগ্ধৰ দৰে কৰযোৰ কৰিলোঁ, মুখৰ মাত এষাৰিও সৰি নপৰিল। জাহাজ ঘাটত ৰলহি ; তেওঁ নামি গল। জাহাজ আকৌ এৰি দিলে। মই অচেতন প্ৰাণীৰ দৰে একেথৰে বহি থাকিলোঁ

ধৰিলোঁ ; মোৰ আত্মাৰ অন্তৰ সেই মানৱী দেৱীৰ কাৰণে শ্ৰদ্ধাৰ সৌৰভেৰে আমোলমোল হৈ উঠিল ! জাহাজ কেতিয়া ককিলামুখ পালেহি গমকে নাপালোঁ ।

---

# অনন্তৰ উদ্দেশে

'পুতলা', মন কৰিছা নে—সৌ ৰাঙলি বেলিৰ সেন্দুৰীয়া পোহৰত, স্বৰ্গ আৰু মৰ্ত্ত্যৰ সুদূৰ মিলন-ৰেখাত, কি এক নতুন আশাৰ পাতনি হৈছে ?' অলপপৰ তলকা মাৰি থাকি ব্ৰহ্মচাৰিণীয়ে আকৌ কবলৈ ধৰিলে,—'বুজিছোঁ, তুমি ভাত আশাৰ পাতনি দেখা নাই, দেখিছা নিৰাশাৰ সূচনা ! পাছে আচল কথা সেইটো নহয় । বাৰু, তুমি মোৰ অতীতৰ মহাভাৰত শুনিব খুজিছা! শুনিবা । কিন্তু তুমি ঠিক সময়তে ঠিক কথাষাৰ সুধি লৈছা ; নহলে, কোনে জানে, হয়তো কাইলৈ মোৰ জীৱন সৌ পোহৰ আৰু আন্ধাৰৰ মানমিহলি বৰণৰ লগত এক হৈ পৰিব, জীৱনৰ সাধনা পূৰ হব ।

'পুতলা, আজি জীৱনৰ এই সাঁজৰ বেলিকা কত কথাই নো মনত খুখুন্দিয়াইছেহি ! কত মৌ-সনা

## অনন্তৰ উদ্দেশে

পৱিত্ৰ স্মৃতিয়েই বা মনক জুমুৰি দি নধৰিছেহি। সেৌ দুইতত যে বঙচুৰা বোল পৰা সক সক টোবোৰ ইটোৰ ওপৰত সিটো উঠাহি দেখিছা, মোৰ সেই কালৰ কথা কবলৈ ধৰোঁতেও ঠিক সেইদৰেই ইটো কথাৰ ওপৰত সিটো পৰিছেহি; কোনটো আগত কম, কোনটো পিছত কম লাগিছে। তুমি সুধিছা, মই কিয় সংসাৰ এৰিলোঁ; তাৰ আগত মোৰ সংসাৰেই বা হৈছিল নে নাই, আৰু সেই সময়ৰ কি কি ভাব মোৰ মনত পৰিছে। এই সকলোবোৰ কথা মই অতি সংক্ষেপতে কৈ যাম; যি লাগে তোমাৰ কাৰণে তুমি যোগ-বিয়োগ কৰি লবা!

'যি স্বৰূপত সংসাৰ হব লাগে, সেইদৰে মই আজিও সংসাৰী। যি হওক, আজি আঢ়ৈ কুৰি বছৰ কাল মই হাবিয়ে-বননিয়ে দেশে-দ্বীপান্তৰে ঘূৰি ফুৰিছোঁ। যিদিনা মই ঘৰৰ বাহিৰ ওলাই আহোঁ, সেইদিনা মুঠেই মোৰ কুৰি বছৰ উকলি গৈছিল। হাঁহি উঠে, তেতিয়াও বাটত ভালেমানক মোৰ ৰূপৰ মৰীচিকাত পৰি মৰিবলৈ অহা লগ পাইছিলোঁ! সঁচাকৈয়ে, পুতলা, তিকতাৰ ৰূপ এটা বৰ ডাঙৰ ছলনা। ই জগতক যে ছল কৰেই, নিজকো ছল কৰি মাৰে।

'কিন্তু তুমি হয়তো সুধিবলৈ মুখ মেলিছা, মই কিয় সেইদিনা ঘৰৰ পৰা ওলাই আহিলোঁ, আৰু উলটিয়েই বা নগলোঁ কিয় ?

......ভাল পাইছিলোঁ! জীৱনত যি এবাৰ মাথোন ভাল পায়, তেৱেঁইহে ভাল পাব জানে। ময়ো কিজানি সেইদৰেই ভাল পাইছিলোঁ, অ,' পাইছোঁ! যিজনৰ ভাল-পোৱা পোনৰ দেখা-দেখিত ওপজা নাই, তেওঁ ভাল-পোৱাৰ মোল বুজা নাই। তেনেহলে, পুতলা,—মই সঁচাকৈয়ে ভাল পাব জানিছিলোঁ, ভাল পাইছিলোঁ, পাইছোঁ!—তুমি হয়তো ভাবিছা, মই কি কৈছোঁ, বগলি পাখি যেন বগা চুলিৰ ব্ৰহ্মচাৰিণী মই, কি কৈছোঁ! কিন্তু, পুতলা, মই এই মুহূৰ্ত্ততো যি কথা গম পাব পাৰিছোঁ, তাতকৈ সৰহ বা তাকৰ একো কোৱা নাই '

'তেওঁৰ চকুৰ চেলাউৰিযুৰি আছিল ধনুভিৰীয়া, চকু দুটিত আছিল তীক্ষ্ণ জ্যোতি। আৰু কি লাগিছিল! তিকতাৰ এখনি হিয়া বিন্ধিবলৈ এনে অমোঘ অস্ত্ৰত বাজে নো আৰু কি লাগে ? বিন্ধিলে। একে আঘাততে দুখো পালোঁ, সুখো অনুভৱ কৰিলোঁ। তেওঁক কাঠ-চিতীয়া বুলিলোঁ। অন্তৰে হলে প্ৰতিবাদ কৰিলে, 'নহয়,

মৰমৰ শৰ নহলে আন একোৱে এইদৰে বুকুৰে-পিঠিয়ে-শালিব নোৱাৰে।

'......পকা আমৰ দিনত, এদিন আম বুটলিবলৈ গৈ আমতলতে অকলে অকলে কিবাবোৰ ভাবি-গুণি বহি আছিলোঁ। তেতিয়া মোৰ বয়স দহ কি এঘাৰ। কোনোবাই লাহেকৈ পিছফালৰ পৰা চকু মুদাই ধৰিলেহি। কিন্তু তাৰ আংগুলিতে কৰ্ত্তাজন মোৰ মনে বাছি পেলালে। মই হাতখনিত ধৰি পেলোৱা মাত্ৰকে তেওঁ মোৰ কাষত বহি পৰিল। মোৰ চকুদুটি তেতিয়াই মাটিলৈ নামিল। ন'কৈ গজা কোমল ঘাঁহৰ ওপৰত মাথোন চাৰিচকুৰ মিল হৈছিল। তেওঁ কবলৈ ধৰিলে,—'সৌ সুবহল নীল আকাশৰ তলত আমি বহিছোঁ। স্বৰ্গত মিলন, পৃথিবীত মিলন, প্ৰকৃতিত সকলোৰে ভিতৰত চিৰস্থায়ী ভাল পোৱা! আমাক জানো ঈশ্বৰে সেই ভালপোৱাৰ আশীৰ্ব্বাদ, সেই করুণাৰ নিৰ্ম্মালি দিয়া নাই?'

'পুতলা, তুমি জানো সেই বিশ্বজোৰা ভালপোৱাৰ আভাস আজি এই সন্ধিয়া আকাশৰ তলতো দেখা নাই? তেতিয়া সেই কথাৰ সাৰমৰ্ম্ম ভালকৈ বুজা নাছিলোঁ, আজি বুজিছোঁ যেন লাগিছে। কিন্তু বৰ বেলিকৈ বুজিলোঁ, পুতলা! সকলোকে মোৰ বুকুভৰা ভালপোৱা বিলাই,

সকলোৰে মৰম ঘৰে ঘৰে গৈ বুটলি আনিবলৈ আহৰি নাপালোঁ। পুতলা, সন্ধিয়া হল, "নাৱে বোলে টলুংভুটুং, বঠাই বোলে টুলুংভুটুং, গঙ্গুলিতে ডবা কোবায়।"

'......বৰ পিয়াহ লাগিছিল,—কিনো মৰ পিয়াহ! পিয়াহত আতুৰ হৈ লাজত জলাঞ্জলি দিলোঁ; খাবলৈ পানী বিচাৰিলোঁ। সমুদ্ৰ দেখি ভোল গলোঁ, বিস্ময়ত প্ৰাণ বুৰি গল—"ঢৌ দেখি হালেজালে গাৰ, হে কলীয়া, কামত চপাই দিয়া নাৱ।" নাম ধৰিলোঁ। নাও আছে, গুৰিয়াল নাই। সেই দিনাই বাউলীৰ দৰে বাহিৰ ওলালোঁ।

'......তেতিয়া মই গৰবিনী আছিলোঁ। ৰূপ আৰু যৌৱনৰ অহঙ্কাৰত মতলীয়া। তেওঁৰ সেই হিয়া উবুৰিৱা স্নেহ মই মোৰ নুবুলিলোঁ। কিয়, তেতিয়া তাক ভৰিৰে ঠেলিছিলোঁ নহয়! কিন্তু তেতিয়াও মই তেওঁক প্ৰকৃততে ভাল নাপাইছিলোঁ জানো? নহয়, পুতলা, এই কথা বৰ আচৰিত। যিদিনাই তেওঁক প্ৰথম দেখিছোঁ, দু-আষাৰ তেওঁৰ মুখৰ মাত শুনিছোঁ, সেই দিনাই মোৰ অন্তৰে, গোটেই প্ৰাণে, অজ্ঞাতসাৰে তেওঁত আত্মসমৰ্পণ কৰিছে। অথচ তেতিয়াৰ মোৰ ছোৱালী-সুলভ অহঙ্কাৰে নে কিহে কব নোৱাৰোঁ, মোক তেওঁৰ

পৰা বহুত নিলগাই আনিলে, বহুত আঁতৰ কৰিলে! সঁচাকৈয়ে, পুতলা, কৈশোৰ আৰু যৌৱনৰ সেই সন্ধি-ক্ষণৰেপৰা ছোৱালীবোৰৰ নিজৰ ৰূপ আৰু যৌৱনৰ বিষয়ে কি'যেন এটা অপূৰ্ব্ব ভাব! নহয় জানো?

'সৰহ দিন যাবলৈ নাপালে; অৱস্থাৰ সলনি ঘটিল। মই তেওঁৰ অৱস্থাত পৰিলোঁ। পাছত, তেতিয়া তেওঁ বহুত দূৰত। তথাপিও আশা আছিল। নিৰাশা আৰু অনুতাপত মোৰ বুকু ফালিল, কিন্তু তেতিয়াও মুখ নাফাটিল। তিক্ততাৰ স্বভাৱেই এনে। তিক্ততাৰ হৃদয়-সুধা স্বৰূপ স্নেহেই গৰলৰ দৰে কি বিষময় হৈ উঠে! যাওক, সেইবোৰ তেতিয়াৰ কথা। আজি মোৰ হিয়াত তপত খোলাৰ দৰে পোৰা-দেৱা সেই জীয়া যাতনা নাই, আছে তাৰ পৰিবৰ্ত্তে তাত শান্তি-কমণ্ডলুৰ পানী।

'মুঠতে, কবলৈ কি, যেতিয়া মই তেওঁৰ বাবে পাগলী হৈ ফুৰিছিলোঁ, তাৰ আগতে তেওঁ নিৰুদ্দেশ। মোৰ ৰূপ-যৌৱনৰ অহঙ্কাৰ আৰু মৰীচিকাই তেওঁৰ কাল হল; এই কথা আৰু মোৰ বা ওচৰ-চুবুৰীয়া অনেকৰ বুজিবলৈ বাকী নাথাকিল। অনুতাপ-জুয়ে মোক দগ্ধ কৰিবলৈ ধৰিলে। উদ্ভিন্ন নৱ যৌবন আৰু তাৰ অহঙ্কাৰ-উন্মাদ তিল-তিলকৈ টুটি যাবলৈ ধৰিলে। হৃদয়ত ক্ৰমে এটা

সলনিৰ ভাব অনুভৱ কৰিবলৈ ধৰিলোঁ। মন আন কোনোবা ফালে ঢাল খালে। জীৱন-যৌৱন যে ক্ষণ-স্থায়ী আৰু মৰীচিকাৰ দৰে, এই ভাবৰ সাঁচ মনত দ'কৈ বহিবলৈ ধৰিলে।

"তাৰ পাছত কি কৰিলোঁ সেইটো তুমি দেখিছাই। পোনতে তিক্ততা আৰু অৱলাৰ বাহিৰ ওলোৱাটো অসম্ভৱ যেনেই বোধ হৈছিল। ক্ৰমে মনলৈ বল আহিল, সকলো বিপদ-আপদ আৰু লোকাপবাদ মূৰ পাতি লবলৈ সঙ্কল্প কৰিলোঁ। বিচিত্ৰৰূপে কাচি-পাৰি, বুকত পুৰুষৰ সাহ বান্ধি, অজ্ঞাতসাৰে ঘৰৰ বাহিৰ, সমাজৰ বাহিৰ, সংসাৰৰ বাহিৰ ওলালোঁ। কিহৰ উদ্দেশে?...

"হাবিয়ে-বননিয়ে নানা ভয়লগা ঠাই আৰু নেদেখা ছহৰ, গাঁও-ভুঁই অনাই-বনাই ফুৰিলোঁ: তেওঁৰ সন্ধান নাপালোঁ। এইদৰে কেবা বছৰো গল। তাৰ পাছতহে মোৰ ভুল বুজিব পাৰিলোঁ। শেষত শান্তিৰ সন্ধানত ঘূৰিলোঁ। সাধু সন্ন্যাসী নানা জনৰ সঙ্গত অলপ পোহৰ দেখা যেন লাগিল। তাৰ সাহতে জীৱনৰ এই বাকী-ছোৱা আগুৱাব পাৰিলোঁ। সেই পোহৰত দেখা পাওঁ —সেই চিৰনবীন, যাত্ৰী আৰু তেওঁৰ পিছে পিছে কেতিয়াবা আশাভৰা আৰু কেতিয়াবা জঁয়পৰা

হৃদয়েৰে এখুন্তি-দুখুন্তিকৈ আগুৱাই—মই। মনত আনন্দ উপজিলে দুগুণ উগাহেৰে আপোন-পাহৰা হৈ আগবাঢ়োঁ; মনত শঙ্কা আৰু ভয় উপজিলে সোধোঁ—"যাত্ৰী কোন?" "কিহৰ উদ্দেশে?" তেওঁ উলটি নাচায়, অথচ যেন এটি চিৰপৰিচিত চিৰমধুৰ মাত আৰু উৰগনিৰ ভাষাৰে নিজে নিজে কৈ যায়—'অনন্ত!' 'অনন্তৰ উদ্দেশে!!'

---

# মৃত্যুৰ মুখত

ভাবিছিলোঁ, কাকো নকওঁ। এটা কঠোৰ প্ৰতিজ্ঞাৰ দৰে জীৱনত এই কথা পালি আহিছিলোঁ। উঃ, কি যাতনা! মনৰ এটা যুগমীয়া শোক; তাৰ বাবে যি কষ্ট, তাক প্ৰকাশ নকৰাকৈ থকাটোও সৰু-সুৰা আন তেনে এটি কষ্ট। তথাপি দুইটাকে জাপি লৈ জীৱনত ইমান দিন সহি আহিলোঁ। কিন্তু হঠাতে আজি যেন এটা বোজা খহি গল। আজি ইমান পাতল লাগিছে; যেন মনত আৰু একো বোজাই নাই! গোটেই নিশাৰ শেহত

পতুমপাহি হঠাতে যেনেকৈ মেল খাই পৰে, আজি মৃত্যুৰ মুখত মোৰ মনো যেন ঠিক সেইদৰে মুকলি হৈ পৰিছে। তাৰ যেন এচুকীয়া ঠাইবোৰো এই মৃত্যুৰ জিলিঙনিয়ে দেখুৱাই দিছে!

ঘৰৰ সকলো কাম বনৰ শেষত সন্তানৰ বাবে স্নেহময়ী জননীৰ পবিত্ৰ কোলা যেনেকৈ পতা থাকে, মোৰ বাবেও যেন শান্তিময়ী মৰণবাণী সেইদৰে কোলা পাতি ৰৈ আছে। এতিয়া যে লোকৰ মৰম জুখিবৰ সময় নাই! সাধ্য কি, মাতৃৰ এই নীৰৱ আৰু কোমল-কঠোৰ আহ্বান উপেক্ষা কৰোঁ! এই যে সংসাৰৰ কোলাত ইমান দুখ-কষ্ট পালোঁ, সি কলৈ গ'ল? ইমান যে হাঁহি-খিকিন্দালি কৰিলোঁ, সেইবোৰেই বা ক'ত? সংসাৰ পৰ, মৰণ আপোন; এয়া সংসাৰে মোক আপোন মাতৃৰ কোলাত গতাই দিব, সংসাৰৰ সকলো দুখ-যাতনা পাহৰি যাম। নৈ আৰু সাগৰ; নৈ আহি সাগৰত পৰে। সাগৰত পৰি নৈয়ে আৰু নিজ অস্তিত্বৰ কথা কিবা ভাবিব পাৰেনে? ভাবিবলৈকে বা আহৰি পায়নে? খন্তেক পিছতে এই স্মৃতিও গৈ সাগৰত পৰিব,—সাগৰ সেই মাতৃৰ প্ৰেমময় কোলা। তাৰপৰা আৰু এই স্মৃতি উলটি আহিবনে? আহিব পাৰিবনে? কোনে কব?

## মৃত্যুৰ মুখত

আজি সেই কথাৰ আৱৰণ নাই ; সেই কথাত আজি তাৰ চিৰলগৰীয়া যাতনা নাই। সেই যাতনাই শান্তিৰ ৰূপ ধাৰণ কৰিছে। গতিকে সেই কথা প্ৰকাশ কৰিবলৈ আজি মোৰ কোনো আপত্তি নাই, দুখ নাই।

লোকে কয়, মই আজীৱন অবিবাহিত, আজন্ম ব্ৰহ্মচাৰী। কিয় এনে, কোনেও তাৰ তৎ ধৰি নোৱাৰে। মোৰ পৰাও তাৰ কোনো সন্ধান নাপায়। যি সকলে মোৰ ছাত্ৰজীৱনৰ গতিবিধি লক্ষ্য কৰিছে, মোৰ সামাজিক বিষয়ৰ নানা ৰচনা পঢ়িছে, সেইসকলে মন কৰিছে, মই আজন্ম ব্ৰহ্মচাৰী আদৰ্শৰ প্ৰতি সহানুভূতি নেদেখুৱাওঁ। তেনেহলে, বহুতে কয়, দেশকেই মোৰ হিয়া বিলাইছোঁ, সমাজৰ লগতেই মোৰ শুভ পৰিণয় ঘটিছে।

এনে নানা তৰ্কৰ জালে মোৰ জীৱনৰ এই গুপ্তৰহস্য ঘাটিবলৈ গৈ তাৰ ওপৰত আৰু নানা উপকৰণ ঢাকনি দি তাক ইমান দিনে লুকাই ৰাখিছিল। মোৰ উদ্দেশ্য সফল হৈছিল। কিন্তু আজি যেই তাত চতুৰ মৃত্যুৰ 'নজৰ' পৰিল, সেই তাৰ 'পৰ্দা' আজি বতাহত ঘনে ঘনে উৰি পৰিছে।

ছাত্ৰ জীৱনত আৰু জীৱনৰ বাকী ছোৱাতো মই

বন্ধুসকলৰ মাজত কিবা কম দেশসেৱক বা সাহিত্য-সেৱক নাছিলোঁ। মোৰ নৈতিক বলৰ ওপৰতো সাধাৰণৰ কম আস্থা নাছিল। সেই বাবেই হবলা মোৰ চৰিত্ৰৰ ওপৰত সতকাই কোনেও 'হতাশ-প্ৰেমিক' কলঙ্ক দিবলৈ আগ নাবাঢ়িছিল। কিন্তু হাজাৰ নৈতিক বলৰ পৰিবৰ্ত্তেও সেই 'কলঙ্ক' যে মই অতি মহৎ প্ৰশংসাবাদ স্বৰূপে শিৰপাতি লবলৈ সাজু, তাক যে মই মোৰ চৰিত্ৰৰ মস্তকমণি বুলি মানি লবলৈ প্ৰস্তুত,—এই কথা কোনে জানিছিল!

আজি নাম কাঢ়িলে কিজানি তাক সেইদৰে চুলিৰ আগৰপৰা ভৰিৰ তলুৱাইদি বিজুলী সোঁত বৈ নাযাব। তেওঁৰ নাম আছিল সেন্দুৰী! নামত যেনে সেন্দুৰী, কামতো তেনে সেন্দুৰীয়েই। তেওঁ যেতিয়া ছোৱালীৰ প্ৰাথমিক পঢ়াশালীৰ প্ৰথম কি দ্বিতীয় শ্ৰেণীত, মই তেতিয়া ইংৰাজী স্কুলৰ দ্বিতীয় কি তৃতীয় শ্ৰেণীত। মোৰ বছৰ যেতিয়া চৈধ্য নে পোন্ধৰ, তেওঁৰ বয়স তেতিয়া ন'নে দহ। দুইখো পঢ়াশালীলৈ যোৱা বাট একে, সময়ো প্ৰায় একে। বাটত প্ৰায় মাজে-সময়ে দেখা-দেখি হয়।

কি উজ্জ্বল হৈ জ্বলি উঠিছে লৰালিৰ সেই বিমল চিত্ৰ-

পটখনি ! যেন সি কালিৰ হে কথা। কিন্তু তেতিয়া যি ভাচি ঠুটিয়া নাছিল, আজি সি খোঁৱা বৰণীয়া ! ইমান ব্যৱধান ! তথাপি যেন এতিয়া সেই চিত্ৰৰ স্বৰ্গীয় কান্তিত মৃত্যুৰ জিলিঙনিও অলপ খীণ প'ৰি গৈছে। প্ৰথম যৌৱনে আজি আকৌ কেইবাটাও যুগৰ বিৰহৰ ভিতৰেদি নকৈ উশাহ লৈছেহি,—পুৰণি ঘা নতুনকৈ মুকলি হৈছে !

মোৰ জীৱন-মহাভাৰতৰ সেয়ে আদিপৰ্ব্ব। সেন্দুৰীয়ে মোৰ নাম জানে। স্থানীয় নানা সভাই-সমিতিয়ে মোক দেখে; তাতোকৈ তেওঁ হেনো মোৰ কবিতা আৰু ৰচনাৰ প্ৰকৃত অনুৰাগিনী। তেওঁৰ লগত মোৰ কথা-বাৰ্ত্তা নাই, আৰু সঁচাকৈয়ে সেন্দুৰী বাস্তৱ জগতত থাকিলেও মোৰ কাৰণে তেওঁ মানস-নন্দনত এটি আনন্দৰ অপূৰ্ব্ব পৰিকল্পনাতকৈ সৰহ বা তাকৰ একো নহয়।

তাৰ পিছত ? তাৰ পিছত কন্দৰ্পই সেন্দুৰীৰ ৰূপত যৌৱনৰ অপূৰ্ব্ব আভা সানি দি গলহি। সেই দিনা আৰু তেওঁৰ মুখলৈ মই চাব নোৱাৰিলো; নিৰাশ হৈ উলটি আহিলোঁ।

তেতিয়া মোৰ ভৰ বয়স। দেশত এটি নৱ জাগৰণৰ

ভৰপক। তাৰ বাবে সকলোৱে মোক আনন্দেৰে আগবঢ়াই দিলে। মই পাছহোঁহকো কোন সতে? ইয়াৰ ভিতৰতে শুনিলোঁ, সেন্দুৰীৰ বিয়া হৈ গৈছে। মোলৈ অহা প্ৰজাপতিৰ নিবন্ধনৰ নানা প্ৰস্তাৱ পিছলৈ ৰাখি শেহত 'তামাদি' কৰা হল; কিয়নো, দেশত নৱ জাগৰণ! কিন্তু এই নৱ জাগৰণ বিশেষতে দেশত নে হৃদয়ত, তাৰ সমাধান আজিও তেনে উজু কথা নহয়।

নৱ জাগৰণৰ পিছত দেশৰ নানা কল্যাণ দেখা গল। গাঁও-ভূঁই নগৰ সকলো ঘূৰিলোঁ; দেখিলোঁ, দেশৰ প্ৰফুল্ল বদন। কেউফালে জয়-জয়-ময়-ময়। তাৰ ভিতৰতে দেখিলোঁ সেন্দুৰীৰ সোণৰ সংসাৰ! পতি, সন্তান, ধন-ধান লৈ শৰত কালৰ দৰে সেন্দুৰীৰ ঘৰ-বাজ্যখনি। বুকুত যেন কিবা এটাই থাকি থাকি বিন্ধি উঠে! ই কিহৰ কাঁইট।—ঈৰ্ষাৰ নে অব্যক্ত আনন্দৰ? কোনে ক'ব?

তাৰ পিছে ক্ৰমে মোৰ জীৱন-সন্ধিয়া! দেশৰ সেৱাৰ পৰা আহৰি পাব খুজিলোঁ। ভাবিলোঁ, ঈশ্বৰৰ নাম লৈ বাকী দিনকেইটা কটাওঁ। পুৰা-গধূলি গোসাঁই-ঘৰত বহি জপ কৰোঁ,—"ভাই, মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ। তেবেসে মুকুতি পাইবা কহিলো স্বৰূপ।"

কিন্তু ইকি ? সেই ৰূপ-ধ্যানতো এটি পৱিত্ৰ শান্ত কৈশোৰ মূৰ্ত্তি !! উপায় কি ?

থাকোঁতে থাকোঁতে হঠাৎ এদিন দেখিলোঁ, সেন্দুৰী মৰণ-শয্যাত ! অন্তপ্ৰায় জীৱনৰ লীলা ! নুমাওঁ নুমাওঁ সি জ্বলন্ত প্ৰদীপ ! সেই ৰূপ প্ৰাণ ভৰি চালোঁ। মুগ্ধ, তন্ময় হলোঁ। তাৰ পিছত আন্ধাৰ, আন্ধাৰ !

আকৌ চকামকা পোহৰ ! দুটি প্ৰশ্ন,—সেন্দুৰীক কেতিয়াবা জীৱনত মোৰ সঙ্গিনী, কৰি লোৱাৰ কথা ভাবিছিলোঁ নে ? সেন্দুৰীৰ হিয়া এদিনো এখন্তেকৰ কাৰণেও মোৰ বাবে ? নাই, এই দুটি প্ৰশ্নও সৰহ পৰ মনত ঠাই দিবলৈ জীৱনত মোৰ সাহ নহল। এতিয়া হব খুজিছেনে ?—আকৌ আন্ধাৰ, তমোময় !

এইবাৰ নতুন দিব্য পোহৰৰ বান আহিছে। এই পোহৰে যেন মোক বৰণ কৰি লৈছে। ইমান স্নেহভৰা এই পোহৰ ! তাত যেন ভোকৰ ভাত আছে, পিয়াহৰ পানী আছে, শোকৰ সান্ত্বনা আছে, ভাগৱত মাতৃৰ পৱিত্ৰ কোলা আছে ! এই পোহৰ ক'ৰ ? অ' ! ই কি মূৰ্ত্তি ? দুই বাহু মেলি ? কি, তুমি মানস-প্ৰিয়া ? কি, তুমি মৃত্যু ?? ওঁ শান্তি !!!

---

# তিল-মাহ

আটায়ে কয়, যি যাৰ তিল-মাহ খাই আহিছে, সেই অনুসাৰেহে যোৰা হব। লোকে বলেৰে হাজাৰখন বিয়া পাতক, যিটো নহব লাগে সেইটো নহবই।

কিন্তু ৰজা-জমিদাৰৰ কথা কিজানি সুকীয়াই! কিয়নো, বামুণগণকে গণি পঢ়ি কয়, ৰজাৰ বৰজনী জীয়েক সুমলাৰ লগতহে কুমাৰ ধীৰেন্দ্ৰনাৰায়ণৰ যোৰা আছে; অথচ কাজে-কামে দেখা যায়, ৰাজকুমাৰৰ মন-পখিলা উৰে ৰজাৰ সৰুজনী জীয়েক পমিলা-ফুলৰ ফালেহে।

ধীৰেন্দ্ৰনাৰায়ণ জমিদাৰৰ লৰা। বছৰচেৰেক হৈছে তেওঁৰ পিতাক ঢুকাইছে, গতিকে এতিয়া তেৱেঁই সেই জমিদাৰিৰ হৰ্ত্তা-কৰ্ত্তা-বিধাতা। তেওঁৰ বয়স কুৰিৰ ওপৰ উঠিছে মাথোন। বিদ্যা-বুদ্ধিৰ ফালে মাতৃকুল-নাশনৰ অলপ ওপৰ হৈয়ে তাতে গাঁঠি লাগি ঘৰলৈ উলটিল। স্বভাব-চৰিত্ৰই তেওঁক তেওঁৰ নামৰ অনুপযুক্ত বুলি কেতিয়াও প্ৰতিবাদ কৰা নাই।

ছোৱালীৰ বোলে কুৰিতে বুঢ়ী। কিন্তু ডাঙৰ মানুহৰ ছোৱালীৰ বেলিকা এই কথা খাটিব কেনেকৈ? এনে

ছোৱালীৰ কুৰি-পঁচিশ বছৰ বয়স একো বয়সেই নহয়; কিয়নো তেওঁলোকৰ ধন আছে, সমাজত ওখ আসন আছে, আৰু তাতোকৈ আছে বয়স আৰু তাৰ কুটিল প্ৰভাৱ চূৰ্ণ কৰিব পৰা বিলাতী হাটৰ নিত্য-নতুন সাজ পাৰ আৰু সুগন্ধি অনুলেপন। তেনেহলে, বিজ্ঞানৰ হাতত প্ৰকৃতিৰ পৰাজয় অৱশ্যম্ভাৱী হবই।

লোকে কয়, ৰাজকন্যা সুমলাই লেখি লেখি বছৰৰ একুৰি এখন জপনা পাৰ হৈছে আৰু পমিলাই কুৰিখন পাৰ হবলৈ মাথোন এখন কি দুখন বাকী। কিন্তু এইবোৰ 'সৰুমানুহ'ৰ কথা; গতিকে সঁচা হলেও 'বিশ্বাসং নৈব কৰ্ত্তব্যম্'! ৰজাৰ ঘৰৰ মানুহৰ মুখে সুমলাৰ বয়স মাথোন ষোল, আৰু পমিলাৰ চৈধ্য। কিন্তু সুমলা আৰু পমিলা তো ডাল-টোকোনাৰ ছোৱালী নহয় যে, তেওঁলোকৰ আঁহ চাই বুঢ়ী বুলি ভাবিবৰ কাৰবাৰ সাধ্য হব! আৰু তেওঁলোক এনেও নহয় যাৰ দাঁত চাই বয়স নিৰ্ণয় কৰিব পাৰি। তেওঁলোক ৰজাৰ ঘৰৰ কন্যা; গতিকে তেওঁলোক নো 'কেইদিনৰ ছোৱালী?'

সুমলা আৰু পমিলাৰ পিতাক জমিদাৰ সূৰ্য্যনাৰায়ণ! এওঁৰ জমিদাৰিৰ বছৰি একলাখ টকা আয়। কুমাৰ ধীৰেন্দ্ৰনাৰায়ণৰ আয়ৰ ভাগী নাই, গতিকে জমিদাৰ

স্বৰূপে তেওঁৰ অৱস্থা জয়জয়-ময়ময় বুলিব পাৰি। আজি ভালেমান দিনৰ পৰা পমিলাহঁতৰ ঘৰলৈ কুমাৰৰ আহ-যাহ; আৰু সেই চুবুৰীৰ অনেক লোকে বি-বি-ৰা-ৰা কৰে বোলে সোনকালে ধীৰেন্দ্ৰৰ লগত পমিলাৰ বিয়াই হৈ যাব; জমিদাৰ-জমিদাৰনীৰো হেনো তাত আপত্তি নাই। কিন্তু সৰুৰ সৰু কথা! ইয়ে সিয়ে কয়, ৰৰজনী থাকোতেনো কোনোবাই সৰুজনী বিয়া দিয়েনে?

এনে কথা কোৱাৰ আৰু কাৰণ আছে। পমিলাতকৈ সুমলাৰ প্ৰতি দেখা-শুনা ওচৰচুবুৰীয়া সকলোৰে সহানুভূতি সৰহ। সুমলা সৰুৰে পৰা বৰ মৰমিয়াল আৰু কথা-গৰকা ছোৱালী; পমিলা সৰুৰেপৰা পখিলাৰ দৰে লচ্‌পচী। এই কাৰণেই হবলা ধীৰেন্দ্ৰ-শালিকা সুমলাৰ জালত নালাগি পমিলাৰ জালত লাগিল। বাহিৰৰ ৰংচঙত ভোলযোৱা অবিবেচক সংসাৰৰ কথাই এনে!

জমিদাৰৰ ঘৰ বিলাস-কানন। বৰ্ত্তমান সভ্যতা বা অসভ্যতাৰ সোঁতত উটিবুৰি ফুৰিব লাগিছে। স্বৰূপতে ইংৰাজী ধৰণেৰে ধীৰেন্দ্ৰ আৰু পমিলাৰ প্ৰণয়-ভাওনাৰ ভাও চলিব লাগিছে। দুয়ো দুইৰো মোহত মুগ্ধ; দুয়ো দুইৰো ৰূপ আৰু প্ৰলোভনৰ পানীত সাঁতুৰি-নাদুৰি

ফুৰিব লাগিছে ! কিন্তু পানী কিমান দ, সেইটো কোনেও জনা নাই ; জানিবলৈকে বা আহৰি ক'ত ?

কিন্তু পদ্মিলাৰ বাহিৰেও তেওঁলোকৰ ঘৰত আৰু এটি প্ৰাণী আছে, যি এই মিলন-দৃশ্যৰ লগত কিবা এক প্ৰকাৰে জড়িত ; যি এই দৃশ্য চাই সুখ পায়, অথচ সেই সুখ তেওঁ নিজৰ বহুমূলীয়া স্বাৰ্থ দি কিনিবলগীয়া হৈছিল । সেই প্ৰাণীটিয়েই হৈছে সুমলা ।

এই মিলন-অভিনয়ৰ লগত সুমলাৰ প্ৰকৃত সম্বন্ধ কি বুজা টান । হবপাৰে, নিজৰ বহু-বস্তৰ গৈছে বুলি ভাবি ভনীয়েকৰ নিস্বাৰ্থ মৰমৰ বাবে তেওঁ সেই মিলন-দৃশ্য ভাল পাইছিল, দুইটিৰে পবিত্ৰ মিলনৰ বাবে চেষ্টা কৰিছিল । কেতিয়াবা খোহ-পেঁচ লাগিলে সুমলাই দুইকো মিলাই দিছিল আৰু সংসাৰৰ আওভাও নজনা ভনীয়েকক সদায় মৰমেৰে শিক্ষা দি চলাবলৈ তেওঁ ধীৰেন্দ্ৰক নানা-ভাৱে বুজাইছিল আৰু অনুনয় বিনয় কৰি কৈছিল । কিন্তু এই ব্যাখ্যা দিলেও যেন সুমলাৰ সেই সম্বন্ধৰ কথা তেনেই ওলাই নপৰে ।

পদ্মিলাই ধীৰেন্দ্ৰক আৰু ধীৰেন্দ্ৰই পদ্মিলাক ভাল পায় বুলি পদ্মিলাই নিজে হাজাৰো জানক, প্ৰেমৰ আৰু ইয়াতকৈ ডাঙৰ সৌভাগ্য নাই বুলি লোকে হাজাৰ মুখে

কওক, তথাপি পমিলাৰ ভালপোৱাৰ সাৰ্থকতাৰ শৰীৰী চিন স্বৰূপে ধীৰেন্দ্ৰই এটি বহুমূলীয়া আঙঠি উপহাৰ দিয়াৰ দিনা পমিলাই যি আনন্দ পালে, তাৰ তুলনা তেওঁলোকৰ অতীত বুৰঞ্জীৰ কোনো অধ্যায়তে পাবলৈ নাই।

পমিলা আনন্দত আপোন-পাহৰা হল। সুমলাও সেই কুঠৰীতে আছিল, কিন্তু তেওঁলোক এই তন্ময় অৱস্থাত থাকোঁতেই সুমলা কোন তলকত আৰু কি কাৰণত তাৰ পৰা ওলাই গল, তেওঁলোকে তাৰ তত্তকে ধৰিব নোৱাৰিলে।

অলপ পিছত ধীৰেন্দ্ৰই তেওঁক বিচাৰি আহি ভিতৰ ফালৰ কুঠৰী এটাত হেলনী চকী এখনত আমনে-জিমনে পৰি থকা দেখিলে। ধীৰেন্দ্ৰ আহিছিল আনকালৰ দৰে সুমলাক পমিলাৰ বিৰুদ্ধে গোচৰ দিবলৈ, কিন্তু আজি তেওঁ সুমলাৰ এই অৱস্থা দেখি বিমোৰত পৰিল। তেওঁলোকৰ সুখ-আনন্দত তেওঁতো সুমলাক আমন-জিমন হোৱা কেতিয়াও দেখা নাই! 'সুমলা, আজি তোমাৰ কি হৈছে?' ধীৰেন্দ্ৰৰ এই প্ৰশ্নত সুমলা স্বপ্নৰ পৰা সাৰ পোৱাৰ দৰে হৈ অলপ সতৰ্কভাৱে কলে বোলে তেওঁৰ আজি কিবা পুৰণি কথা এটা মনত পৰিছে।

ধীৰেন্দ্ৰৰ মন সম্পূৰ্ণ মুকলি নহল যদিও, তেওঁক আৰু পেৰি ধৰিবলৈ তেওঁ ভাল নাপালে। আকৌ তিনিওটি আহি লগ লাগিল আৰু অলপ পিছতে ধীৰেন্দ্ৰই সেই দিনাৰ বাবে বিদায় ললে।

ঈশ্বৰে মানুহ স্ৰজন কৰিছে, মানুহ তেওঁৰ সন্তান; অথচ তেওঁ মানুহৰ সুখ দেখিব নোৱাৰে কিয়? অন্ততঃ, কৰ্ত্তব্যৰ অনুৰোধত ধীৰেন্দ্ৰই যেতিয়া ভালেমান দিনৰ কাৰণে পমিলাক এৰি যাবলগীয়া হল, পমিলাৰ মনলৈ এনে ভাবেই আহিছিল। কিন্তু, ধীৰেন্দ্ৰ যেতিয়া যাবই লাগিব, তেতিয়া অগত্যা পমিলাই ধীৰেন্দ্ৰক চকুৰ পানীৰে বাট নেদেখা অৱস্থাৰে বিদায় দিলে। ধীৰেন্দ্ৰই কালে, তেওঁ যিমান সোনকালে পাৰে প্ৰবাসৰ পৰা উলটিব; পমিলাক তেওঁ কেতিয়াও এখন্তেকৰ কাৰণেও পাহৰিব নোৱাৰে আৰু তেওঁক অবিশ্বাস নকৰে,ইত্যাদি, ইত্যাদি; আৰু কত কথা!

পমিলায়ো সেইদৰে কান্দোন-কাটোন কৰি কত আশা, বিশ্বাস, প্ৰীতি আৰু দুখৰ কথা কৈ ধীৰেন্দ্ৰক বিদায় দিছিল, সুমলা মাথোন তাৰ সাক্ষী আছিল। ধীৰেন্দ্ৰই যাবলৈ বিদায় লোৱা দিনা ধীৰেন্দ্ৰক, তেওঁৰ অবিহনে পমিলাৰ মনৰ অৱস্থা কেনে হব, আদি কথাৰে

যিমান সোনকালে পাৰে ভালে-কুশলে প্ৰবাসৰ পৰা উলটিবলৈ বৰাই-বুজাই কওঁতে কওঁতেই ক্ৰমে সুমলাৰ মুখ গহীন হৈ আহিল, আৰু তেওঁ মনৰ আবেগ সামৰিব নোৱাৰি হঠাৎ 'সোনকালে উলটিবা' বুলি কান্দোনৰ সুৰত মিহলি শেষৰ মাতষাৰি মাতি কাপোৰেৰে মুখ ঢাকি ভিতৰ সোমাল। ধীৰেন্দ্ৰ আচৰিত হল, আৰু অলপ পৰৰ পিছতে তেওঁৰ মুখৰপৰা ওলাল—'কি নিস্বাৰ্থ ভগ্নী-স্নেহ'!

* * * * *

সচাকৈয়ে, সময়ে কি মন্ত্ৰ জানে! আজি যাৰ হিয়াৰ ঘা জীৱনত কেতিয়াও নুশুকাব বুলি মনে ধৰে, দহ দিন নহয় এমাহৰ মূৰত সেই ঘা ক্ৰমে শুকানমুখীয়া হৈ আহিবলৈ ধৰে। পমিলাই ধীৰেন্দ্ৰৰ যি অভাৱ আন কেনেবাকৈ পূৰাব পৰা অসম্ভৱ বুলিয়ে ভাবিছিল, ক্ৰমে তেওঁ সেই অভাৱ পূৰাব পৰা অসম্ভৱ নহয় বুলি ভাবিব পৰা হল, আৰু তাৰ পিছত সেই অভাৱ পূৰাই লব পৰা সম্ভৱ বুলিয়ে ভাবিবলৈ ধৰিলে। যি পমিলাই ধীৰেন্দ্ৰ যোৱাৰ দিনৰপৰা ভালেমান দিনলৈ দুমহলীয়া ঘৰৰ ওপৰৰ খিৰিকিয়ে জুমি চাই 'তেওঁ নাহিল' বুলি শূন্য দৃষ্টিৰে বাজ-আলি উদাস দেখিছিল, সেই পমিলাই এমাহ

গল নে নৌ, ৰাজ-আলিৰ ফালে জুমি চাবলৈ ধৰিলে—'কোন আহিছে'? তেওঁৰ সেই 'কিবা যেন নাই নাই' ভাব আঁতৰি পলাল, দেখিলে সকলো পূৰ্ণ, তেওঁ কিয় মাজতে মিছা অভাৱৰ ভাব বুকুত বান্ধি মৰে !! এই সভ্যতাৰেই যে আন নাম সুবিধাবাদ! •

জহৰ দিনকেইটাত ধনীৰ কাৰণে শিলং পৃথিৱীৰ স্বৰ্গৰাজ্য,—প্ৰধান উপভোগৰ ঠাই। পমিলাহঁত বছৰি এনে দিনত ঘৰৰ ঘৰোৱাল শিলঙলৈ উঠি যায়। এইবাৰ পমিলাহঁত শিলঙৰ যিটো ঘৰত আছেগৈ তাৰ ওচৰৰ ঘৰ এটাতে বঙলা দেশৰ এজন ধনী জমিদাৰৰ লৰাও কিছু-দিনৰপৰা আছেহি। তেওঁৰ লগত লগুৱা-লিকচৌ, আৰু এখন নতুন দামী মটৰ। সাজ-পাৰ আদি সকলো বিষয়ে তেওঁ তেওঁৰ অৱস্থাৰ মৰ্য্যাদা যোল অনা অটুট ৰাখিছে; তেওঁ যি বাটেদি গাড়ী চলাই যাব, সেই বাট আৰু সেই বাটেদি যোৱা সকলো যাত্ৰী সুগন্ধি তেলৰ গোন্ধত গঙ্গাস্নান কৰি ধন্য নহৈ নোৱাৰে। পমিলাহঁতৰ ঘৰৰ লগত এওঁৰ চিনাকি হোৱাত সৰহ দিন নালাগিল; তাতে এই ডেকা জমিদাৰৰ পিতাদেৱেকৰ লগত বোলে পমিলা-হঁতৰ ঘৰৰ আগৰে পৰিচয় আছিল।

ক্ৰমে এওঁৰ পমিলাহঁতৰ ঘৰলৈ আহ- যাহ কৰা ঘন

হৈ আহিবলৈ ধৰিলে , তাতোকৈ অধিক, পমিলাৰ লগত ঘনিষ্ঠতা দিনক দিনে বাঢ়িবলৈ ধৰিলে। আজি অলপ দূৰলৈ ফুৰিবলৈ, কাইলৈ নতুন ছিনেমা-বায়স্কোপ চাবলৈ এওঁ মটৰ লৈ আহিব আৰু তাত পমিলাক তুলি লৈ ফুৰিব বা বায়স্কোপ চাবলৈ যাব। সভ্যতাৰ দোহাই, ডেকা-গাভৰু মুকলি মনেৰে ফুৰাত বাধা দিয়া দূৰৰ কথা, কোনো বেয়া ভাব মনলৈ আনিব নাপায়। গতিকে আৰু শঙ্কা কিহৰ ? বেচেৰী সুমলাই কিন্তু এই কথা ভালেমান দিন মন কৰি আহিছিল। শেহত উপায় নাপাই তেওঁ এদিন পমিলাক নিজৰ অৱস্থা মনত পেলাই দিবলৈ চেষ্টা কৰিলে ; সেই ধীৰেন্দ্ৰৰ সৰল ভালপোৱা, বিশ্বাস আদিৰ কথা কলে, আৰু কলে যে এজন দুদিনীয়া আলহীৰ লগত এনেদৰে ফুৰাটো পমিলাৰ নিজা তৰফৰপৰা আৰু তেওঁৰ ধীৰেন্দ্ৰৰ কাৰণে কৰ্ত্তব্যৰ ফালৰপৰা ন্যায় হোৱা নাই।

পমিলাৰ সেই কথা এতিয়া কাণত নোসোমাল। তেওঁ কলে, তেওঁ কোনো অন্যায় কাম কৰিছে বুলি ভাবিব নোৱাৰে আৰু তাৰপৰা ধীৰেন্দ্ৰৰ প্ৰতিও তেওঁৰ কৰ্ত্তব্যৰ ত্ৰুটি হব নোৱাৰে। সুমলাই অন্তৰত যি কষ্ট পালে, তাকে বুকুত বান্ধি মনে মনে থাকিবলৈ বাধ্য হল।

লোকক ভুৰা দিয়া সহজ কথা, কিন্তু নিজৰ বিবেকক এইদৰে ভুৰা দি ৰখা তেনে সহজ নহয়। বহুত দিনৰ মূৰত ধীৰেন্দ্ৰৰ এখন চিঠি আহিল, তেওঁ কাশী, দিল্লী, এলাহাবাদ আদি নানা ঠাই ফুৰি ঘৰমুৱা হৈ উলটিছে, দুই-এদিনতে কলিকতা পাবহি। তাৰ লগতে পমিলাৰ কাৰণে তেওঁৰ ধাউতি, অকৃত্ৰিম স্নেহ আদি সকলো ভালকৈ ফুটি ওলাইছে। সেইদিনা কিন্তু পমিলাৰ মন কেনেবা লাগিল, তেওঁ যেন কিবা-এটা প্ৰকৃত পাপ কাম কৰিছে বুলি কোনোবাই তেওঁক প্ৰতি মুহূৰ্ত্ততে কাণে কাণে কব লাগিছে।

তেওঁ কি আছিল, কি হল! এইবোৰ নানা আকাশ-পাতাল গুণি পমিলা ফুলনিৰ ফালে মু কৰি আৰামী চকী এখনত বহি আছে, এনেতে কোনোবাই আহি পাছফালৰপৰা তেওঁৰ দুটি চকু জপাই ধৰিলে। পমিলাই কোনো আনন্দ বা বিস্ময়ৰ ভাব নেদেখুৱাই লাহে লাহে হাতদুখন তেওঁৰ চকুৰপৰা আঁতৰাই দিলে, যেন কৰ্ত্তাজনৰ বিষয়ে তেওঁ সঠিক জানিও তালৈ আওকাণ কৰিব খুজিছে। জমিদাৰৰ লৰাজনে আজি পমিলাৰ এনে বিপৰীত ভাব দেখি নিশ্চয় অলপ অপ্ৰস্তুত হল, কিন্তু হতাশ নহল। তেওঁ লাহেকৈ চকী এখন টান মাৰি

আনি পমিলাৰ কাষতে বহি পৰিল। পমিলা স্বভাৱতে চঞ্চল, সেইদেখি পমিলাৰ এই খন্তেকীয়া তপ ভঙাত খেলুৱাৰী জমিদাৰৰ লৰাৰ সৰহ পৰ নালাগিল।

সেইদিনা সেই অৱস্থাতে ফুচফুচীয়া মেল পাতি থাকোঁতেই সাঁজ লাগি ভাগিল। সুমলা ওচৰৰ কুঠৰী এটাতে বহি কিবা কাম কৰি আছিল; আন্ধাৰ হোৱা দেখি সুমলাই তেওঁলোকৰ তাত চাকি জ্বলাবলৈ ঘৰৰ লিগিৰীজনীক কোৱা শুনি, তেওঁলোকক চাকি নালাগে বুলি জনালে। সুমলাই তেওঁলোকৰ দুই এটা কথা অলপ শুনিবলৈ পাইছিল, আৰু তাৰপৰা তেওঁলোকৰ বিষয়ে কিবা এটা ডাঙৰ আশঙ্কা কৰিছিল। কিন্তু পিছ মুহূৰ্ত্ততে সেইটো অসম্ভৱ বুলি ভাবি তাক মনৰপৰা আঁতৰাই পেলালে। অলপ পিছতে তেওঁলোক দুয়ো তাৰপৰা উঠি আহিল আৰু সেই নিশা বায়স্কোপ চাবলৈ যাব বুলি জনালে। অনুমতিৰ বাবে পমিলাৰ বিশেষ কষ্ট নহল, কিয়নো সেইদিনা তেওঁৰ পিতাক ঘৰত নাছিল; মাকৰতো কোনো কথাত নুই কৰিবৰ সাহ নাই! পমিলাই নিজৰ কুঠৰী সোমাই সাজপাৰ পিন্ধিবলৈ লাগিল আৰু দুই-তিনিখন তামোল খোৱাৰ পৰত কুঠৰীৰপৰা বাহিৰ হৈ মটৰত উঠিল।

## তিন-মাহ

* * * * *

পিছদিনা পুৱা সুমলাই দেখে যে পমিলাৰ শোৱা-কুঠৰীৰ দুৱাৰ তেতিয়াও জপোৱা। তেওঁ ভাবিলে, হয়তো বায়স্কোপ চাই পমিলা বহুত ৰাতি আহিছে, সেই-দেখি তেওঁৰ উঠাত পলম হৈছে। আৰু অলপ পৰৰ পিছত আহি পমিলাক তেতিয়াও উঠা নেদেখি সুমলাই দুৱাৰত টুকিয়াই দিব খোজোঁতেই দুৱাৰ সহজে মুকলি হৈ গল, কিয়নো ভিতৰৰপৰা কোনেও তাত দাংমৰা নাছিল। ভিতৰ সোমাই দেখে যে পমিলাই আগদিনা গধূলি তেওঁলোকৰ কথা-বতৰাৰ পৰা পোনতে যি সন্দেহ কৰিছিল সেয়ে সঁচা হল; পমিলাৰ ৰাতি গাত লোৱা ক্ষাৰকাপোৰখন শুই থকা মানুহৰ নিচিনা কৰি দীঘলকৈ চাৰিপাটীৰ ওপৰত পেলাই থোৱা আছিল; পমিলা তাত নাই।

জমিদাৰৰ লৰাজনে বহুত আগৰেপৰাই বন্দবস্ত কৰিছিল; আগদিনা গধূলি তেওঁ তেওঁৰ উদ্দেশ্য পমিলাক কলে। পমিলাই পোনতে বৰকৈ আপত্তি দেখুৱাইছিল; কিন্তু শেহত লৰাজনৰ উদ্দেশ্যই সিদ্ধ হল। দুয়ো আগৰাতিয়েই বায়স্কোপ চাবলৈ যোৱাৰ ছলেৰে পলায়ন কৰিলে।

সুমলা চৰগ পৰা মানুহৰ দৰে থৰ হৈ ৰল। তেওঁ যি দেখিলে আৰু তাৰপৰা যি অনুমান কৰিলে, তাকে তেওঁ পিছ মুহূৰ্ত্তত বিশ্বাস কৰিবলৈ টান পালে। ডাঙৰ মানুহৰ ঘৰৰ লৰা-ছোৱালীৰ পক্ষে এই দৰে পলাই যোৱাও সম্ভৱ নে? এই কথা মাক-বাপেকক তেওঁ কি বুলি কব? তেওঁৰ অনুমান আৰু সৰল বিশ্বাস যদি সচাঁ হয়, তেনেহলে ওচৰ-চুবুৰীয়া আৰু মিতিৰ-কুটুমে কি বুলিব? দহ-নিলগীযাই বা কি নকব? তেওঁৰ নিজ ভনীয়েকে এনে কাম কৰিছে, তেওঁৰ বিষয়ে লোকৰ কি ভাব হব? শতুৰুৱে হাঁহিব, মিতিৰে কান্দিব! তাৰ উপৰি, সেই ধীৰেন্দ্ৰনাৰায়ণ! কি সুখৰ অময়া সপোনতেই বা দুৰ্ভগীয়া মুগ্ধ হোৱা নাই চাগৈ! কত দিনত মূৰত সেই প্ৰাণ-প্ৰিয়তমাক লগপাব, বিৰহৰ সাঁচি থোৱা শত অভিলাষ পূৰণ কৰিব, আদি কত আকাশকুসুমেই বা তেওঁ নাসাজিছে!! এইদৰে ভাবি থাকোঁতে থাকোঁতে তেওঁৰ দুচকুৱে তেওঁ গম নোপোৱাকৈ দুধাৰি চকু-লো বাগৰি গল। কিন্তু আকৌ এবাৰ ধীৰেন্দ্ৰৰ কথা ভাবি তেওঁৰ চকু-লো শুকাই গল। তেওঁৰ চকুৰ আগে যেন জুই-আঙনি ওলাবলৈ ধৰিলে, পমিলাৰ অবিহনে যে ধীৰেন্দ্ৰৰ জীৱনত সুখ নহব!

এক মুহূৰ্ত্তৰ ভিতৰতে যেন বিজুলী-সোঁতৰ দৰে এইবোৰ কথা সুমলাৰ মনৰ মাজেদি পিছলি গল! এই অৱস্থাতে হাতত এখন টেলিগ্ৰাম লৈ সুমলাৰ পিতাক কৰবাৰ পৰা ঘুৰি ওলালহি, আৰু সুমলাৰ কাষ চাপি গল। সুমলাৰ মনত আকৌ আন এক বিধৰ ভাবে বিজুলী খেলিবলৈ ধৰিলে,—এইখন টেলিগ্ৰামত পমিলাহঁতৰ বিষয়ে কৰবাৰপৰা কোনোবাই কিবা লিখিছেনে কি? সুমলাই মন কৰিলে, তেওঁৰ পিতাকৰ মুখ গহীন; তেনেহলে তেওঁ অন্ততঃ পমিলা পলাই যোৱা কথা জানে! কিন্তু তেওঁৰ এই চিন্তাই আৰু সৰহ পৰ তেওঁৰ মনত ঠাই পাব নোৱাৰিলে। পিতাকে তেওঁৰ হাতত টেলিগ্ৰামখন দি কলে—'এতিয়া কি কৰা হয়?' কি কথা! আপদৰ ওপৰতে আপদ! সুমলাই চকুৰ আগত ছঁয়াময়া দেখিবলৈ ধৰিলে,—'ধীৰেন্দ্ৰ কলিকতাত, চকুৰ বেমাৰ, অৱস্থা কাহিল, পমিলাৰ কাৰণে ব্যাকুল, এবাৰ আহিব লাগে!' সুমলা এই অৱস্থাত আৰু ঠিয় হৈ থাকিব নোৱাৰিলে, পমিলাৰ কুঠৰীতে সোমাই তেওঁ পমিলাৰ শোৱা-পাটীৰ ওপৰতে বহি পৰিল। তেওঁৰ পিতাকো সেই কুঠৰীত সোমাই পমিলা কেনি গল বুলি সুধিলে। প্ৰথমবাৰ তেওঁ সুমলাৰপৰা একো সমিধান নাপালে। দোহাৰি

সোণাত সুমলাই আগৰাতি পমিলা বায়স্কোপ চাবলৈ গৈ ৰাতি অহা নাই বুলি কলে। তেতিয়া ধূৰ্ত্ত জমিদাৰৰ লৰাই কি কাম কৰিছে, তেওঁৰ আৰু বুজিবলৈ বাকী নাথাকিল।

তেওঁ খণ্ডত বলিয়াৰ দৰে হল আৰু মনৰ আবেগত কান্দি গুৰাগুৰা লগালে। জমিদাৰণী আৰু লগুৱা-লিগিৰি সকলো চাপি আহিল। জমিদাৰণীয়েও কথাটো বুজি শোক কৰিবলৈ ধৰিলে। তথাপি তেওঁ জমিদাৰক সান্ত্বনা আৰু শিক্ষা দিয়াৰ চলেৰে কলে—'এতিয়া আৰু বেজাৰ কৰিলে কি হয়, যি হব লগা আছিল হৈ গৈছে। সম্প্ৰতি কি কৰিব পাৰি তাকেই ভবা হওক। লৰা-ছোৱালীক বৰ্ত্তমান যি বিজতৰীয়া শিক্ষা দিয়া হৈছে, তাৰ পৰিণাম এনে নহৈ কি হব ?' তেওঁ জমিদাৰণীৰ এই কথা মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিলে; কিন্তু কি হব, এতিয়া বহুত পলম হল।

জমিদাৰৰ লৰাজন থকা ঘৰত খবৰ কৰা হল; শুনিলে, তেওঁ আগবাতিয়েই সেই ঘৰ এৰি গৈছে। লৰাজনৰ ঘৰৰ ঠিকানা জমিদাৰৰ জনা আছিল; শেষ উপায়, তেওঁৰ পিতাকৰ নামে সবিশেষ জনাই এখন টেলিগ্ৰাম কৰা হল। পিছদিনা খবৰ আহিল, পমিলাৰে

## তিল-মাহ

সৈতে লৰাজন নিজ ঘৰ পাইছেগৈ। পমিলা চাপনী বা পলৰীয়া বুলি জানি আন সকলোৱে তেওঁক ঘৰ সোমাবলৈ দিবৰ ইচ্ছা নকৰিলেও,বুঢ়া জমিদাৰে পমিলাৰ আদ্যোপান্ত জানি, আৰু তাইক খেদি পঠিয়ালে উভয় পক্ষৰ কলঙ্ক অযথাভাৱে বাঢ়িব বুলি পমিলাক ঘৰত ঠাই দিছে। এই বাতৰি শুনি যিহওক জমিদাৰ-জমিদাৰণীয়ে অলপ সান্ত্বনা পালে।

সেইদিনাই গধূলি সময়ত কলিকতাৰপৰা আকৌ এখন টেলিগ্ৰাম আহিল—'ধীৰেন্দ্ৰৰ অৱস্থা বৰ বেয়া, পমিলা নহলে কোনোমতেই ডাক্তৰে চকুৰ চিকিৎসা কৰিব নোৱাৰে; পলম কৰিলে তেওঁৰ অৱস্থা হতাশজনক।' এই টেলিগ্ৰাম পাই জমিদাৰ আকৌ অঠাই সাগৰত পৰিল। কি কৰা হয়, কেৱল পমিলাৰ কাৰণেই যে হলে ধীৰেন্দ্ৰৰ সৰ্ব্বনাশ হব! আনপিনেও পমিলাই যি অকীৰ্ত্তিকৰ কাম কৰিছে, সেই কথা যদিও ক্ৰমে গোটেইখনতে বৈ বৈ যাব, তথাপি সম্প্ৰতি নো তেওঁ নিজে সেই কথা কোন লাজেৰে প্ৰচাৰ কৰে! ভাঙি নকলেই বা লোকে, ঘাইকৈ ধীৰেন্দ্ৰই কি ভাবিব? এইবোৰ আকাশ-পাতাল গুণি গুণি তেওঁ ইকূল-সিকূল হেকৰালে।

এনেতে ভিতৰৰ কিবা বনৰপৰা সুমলা ওলাই আহি মেজৰ ওপৰত টেলিগ্ৰামখন দেখি মেলি চালে। তেওঁৰ সৰ্ব্বাঙ্গইদি যেন এটি বিজুলী-সোঁত সৰকি গল। পিতাকলৈ চাই দেখে, তেওঁ চিন্তাত মগ্ন। সুমলাৰ মনত এটা নতুন ভাব খেলালে। পিতাকৰ ফালে চালে, মনত সাহ নহল। অলপ পৰ বৈ আকৌ এবাৰ বুকুত বল বান্ধি লৈ লাহেকৈ মাতিলে, 'পিতা!' তেওঁৰ কোনো মাত নুশুনিলে। এইবাৰ আৰু অলপ ডাঠকৈ মাতিলে—'পিতা!' গম্ভীৰভাৱে উত্তৰ আহিল—'কি?' সুমলাই আকৌ অলপ ইতস্ততঃ কৰি কলে,—'কি ভাবিছে?' 'মোৰ তো ভাবনাৰ একো অন্ত নাই!' 'মই এটা উপায় দেখিছোঁ।' 'উপায়? কি উপায়?' বুলি জমিদাৰে অলপ সতৰ্কভাৱে চকীৰ ওপৰত বহি ললে। সুমলাই কবলৈ ধৰিলে—'আপুনি তো সদায় কয়, মোৰ আৰু পমিলাৰ মাতৰ পাৰ্থক্য ধৰা টান; এতিয়া ধীৰেন্দ্ৰই চকুৰে নেদেখে, তেনেহলে পমিলাৰ হৈ মই ধীৰেন্দ্ৰৰ আলপৈচান ধৰিব নোৱাৰিম কিয়?' তেওঁ হঠাৎ কৈ উঠিল—'সঁচা, সঁচা! কিন্তু অসম্ভৱ, তুমি কেনেকৈ সেই কাম কৰিবা?' 'অসম্ভৱ কিয়, পিতা?' বোলাৰ লগে লগে সুমলাৰ ছুটি চকু পানীৰে উপচি পৰিল। তেওঁ

সকলো পাহৰি গল, কান্দোনৰ সুৰত মিলাই কবলৈ ধৰিলে—'আপুনি জানো ইমান দিনে মন কৰা নাই, ধীৰেন্দ্ৰক মই প্ৰাণ ভৰি ভাল পাওঁ ? কিন্তু মই যেতিয়া দেখিলোঁ, পমিলাক লৈয়ে তেওঁ সুখী হব আৰু পমিলাও সুখী হৈছে, তেতিয়া মই তেওঁলোকৰ সুখৰ বাটৰ বগৰি-জেং হবলৈ সমূলি ভাল নাপালোঁ, আন নালাগে, একমাত্ৰ পৰমেশ্বৰৰ বাহিৰে এই মুহূৰ্ত্তলৈকে কাকো মনৰ বাসনাৰ ফুটকে নিদিছিলোঁ। কিন্তু পমিলাৰ অবিহনে ধীৰেন্দ্ৰৰ যেতিয়া প্ৰাণৰ সংশয় হৈছে, তেতিয়া যদি মোৰপৰা তেওঁৰ অকণো উপকাৰ হব পাৰে,তাক কৰিবলৈ মই সমূলি কুণ্ঠিত হব নোৱাৰোঁ। মোৰ সেৱাৰ আৰু প্ৰকৃত ভাল পোৱাৰ বিচাৰৰ এয়ে শেষ সময়।'

তেওঁ অলপ ডবক মাৰি ৰল। তাৰ পিছত কলে—'কিন্তু ধীৰেন্দ্ৰৰ যদি ভাল হয়, তেওঁৰ চকু যদি ঈশ্বৰে আকৌ আগৰ দৰে কৰে, তেতিয়া তুমি তোমাৰ এই কাৰ্য্যৰ হে কি উত্তৰ দিবা ?' 'মই জানো, ধীৰেন্দ্ৰই মোক কেতিয়াও ভাল পাব নোৱাৰে। যদি মোৰ উদ্দেশ্য সফল হয়, যদি ধীৰেন্দ্ৰ আকৌ আগৰ ধীৰেন্দ্ৰ হয়, তাতেই মোৰ কৰ্ত্তব্যৰ ওৰ পৰিব ; মোৰ ছদ্মবেশৰ বাবে তেওঁৰ চৰণত ক্ষমা-প্ৰাৰ্থনা কৰি মই তেওঁৰ কাষৰ

পৰা বিদায় লম।' তেওঁ তেতিয়া আৰু একো কবলৈ ঠাই নাপালে। কাৰ্য্যৰপৰা বুজা গল, তেওঁ সেই প্ৰস্তাৱত সম্মত আছে ; কিয়নো সেইটো অকল তেওঁৰ জীয়েক সুমলাৰ অনুৰোধেই নহয়, সেইটো আংশিক-ভাৱে কৰ্ত্তব্যৰ নীৰৱ অনুৰোধ বুলিও তেওঁ মানিবলৈ বাধ্য হল।

* * * * *

ঘাইকৈ ঈশ্বৰৰ অনুগ্ৰহ, ডাক্তৰৰ ঐকান্তিক চেষ্টা আৰু ছদ্মবেশী সুমলাৰ আশাশুধীয়া আলপৈচানৰ ফলত ভালেমান দিনৰ মূৰত ধীৰেন্দ্ৰৰ অৱস্থা ক্ৰমে ভালৰ ফালে ঢাল লৈছে। আৰু মুঠেই দহদিন আছে, ধীৰেন্দ্ৰৰ চকুৰ বিকাৰ ভাল হব বুলি আশা কৰা হৈছে, আৰু তেতিয়াই চকুৰ বান্ধ মুকলি কৰি দিয়া হব। সুমলাৰ আশা-ভয়, আবেগ-উদ্বিগ্নতা সকলোৱে তেওঁক জুমুৰি দি ধৰিছে। দহদিনৰ মূৰত ধীৰেন্দ্ৰ ভাল হব, তেওঁৰ অভীষ্ট সিদ্ধি হব, প্ৰাণৰ সুস্বপ্ন ফলিব। কিন্তু তাৰ পিছত ?—তাৰ পিছত সুমলা চিৰজন্মৰ কাৰণে ধীৰেন্দ্ৰৰ অনাদৰ, অৱজ্ঞা আৰু আন্ধাৰত পচিব লাগিব। ধীৰেন্দ্ৰৰ আলপৈচান ধৰা দিনৰেপৰা ধীৰেন্দ্ৰই তেওঁক দিনক দিনে বৰ ভাল পাই আহিছে, দহ দিনৰ মূৰত

তাব চূড়ান্ত আৰু অন্ত হব। কিন্তু এই ভাল পোৱা জানো প্ৰকৃততে তেওঁৰ ?—এই ভাল পোৱা পমিলাৰ ; তেওঁ তাক অপহৰণ কৰিছে ! ছিঃ, কি নৃৎসিৎ কামকে বা তেওঁ নকৰিছে !

সুমলাৰ এইবোৰ চিন্তা-উদ্বিগ্নতালৈ কাণ নিদি সময় যাবলৈ ধৰিলে ; অনন্ত কালৰ দৰে এই দহ দিনৰ বুকুৰো আঠোটি দিন সৰকি গল। কাইলৈ ধীৰেন্দ্ৰৰ চকুৰ বান্ধ মুকলি কৰাৰ দিন ; ধীৰেন্দ্ৰৰ হিয়া আশা, আনন্দ আৰু কৃতজ্ঞতাৰে উপচি পৰিছে। কতদিনৰ মৃৰত তেওঁ কাইলৈ দ্বিতীয় জনম পাব ; সেই সুনীল আকাশত লাগি থকা জোন, বেলি আৰু অসংখ্য তৰা দেখিব তাৰ তলত বিস্তীৰ্ণ সেউজীয়া পৃথিবীত ঈশ্বৰৰ গৰিমা-ময় চাৰিমুঠি জীৱৰ না-না অৰলীলা দেখিবলৈ পাব ; আৰু এই সকলোৰে মাজত দেখিবলৈ পাব এটি বিশেষ প্ৰাণী যাৰ "ৰূপ লাগি আঁখি ঝুৰে গুণে মন ভোৰ।" সুমলাই তেওঁৰ কাষতে বহি তেওঁৰ পতি কৰিছে ; তেওঁৰ চকু উদাস ! ধীৰেন্দ্ৰই অসীম আশাত উপচি পৰা হৃদয়েৰে সুমলাৰ গাত হাত বুলাই কৈছে 'পমিলা ?'— প্ৰথম দিনাৰেপৰা 'পমিলা' বোলাত আজি সুমলাৰ শিৰে শিৰে বিজুলী শক্তি সেইদৰে বৈ যোৱা নাই, সেই মাতত

তেওঁ অভ্যস্ত হৈ গৈছে,—'আজি তোমাক মই যিমান ভাল পাইছোঁ, অন্তৰত তোমালৈ যিমান শ্ৰদ্ধা হৈছে, জীৱনত কেতিয়াও তোমাক সিমান ভাল পোৱা নাছিলোঁ। আজি মোৰ প্ৰেম বাৰিষাৰ লুইতৰ দৰে গভীৰ আৰু পৰিপূৰ্ণ। পমিলা!—' এই বুলি ধীৰেন্দ্ৰ হঠাৎ বৈ গল ; সুমলাৰ গাত বুলোৱা হাত থিতাতে কোঁচ খাই গল। সুমলাও কিছু পৰৰ কাৰণে এই কাণ্ড দেখি অবাক হৈ থাকি পাছত সুকক্‌কৰে তাৰপৰা উঠি ভিতৰলৈ গল। ধীৰেন্দ্ৰয়ো একো নকলে। তেতিয়া সাঁজ লাগিবৰ পৰ হৈছিল। সেইদিনা গধূলি আৰু সুমলা একবাৰেই ধীৰেন্দ্ৰৰ কাষলৈ নগল।

আজি পুৱা ৯ বজাত ডাক্তৰে ধীৰেন্দ্ৰৰ চকুৰ চিকিৎসা কৰিব ; যদি কৃতকাৰ্য্য হয় তেন্তে আজিৰ পৰা তেওঁৰ চকুৰ বান্ধ গুচিব, ধীৰেন্দ্ৰ আগৰ ধীৰেন্দ্ৰ হব, নহলে ডাক্তৰে তেওঁৰ চকু ভাল হোৱা আশা এৰিব। আজি পুৱাও সুমলা ধীৰেন্দ্ৰৰ কাষ চপা নাই। সময়মতে ডাক্তৰ আহিল ; সুমলাৰ পিতাক ধীৰেন্দ্ৰৰ আন লগা-ভগা, বন্ধু, সকলো চাপি-কুচি আহিল। এঘণ্টা মানৰ মূৰত আকৌ সকলো দিহা-দিহি গল ; কেৱল জমিদাৰক তাৰ পিছত ধীৰেন্দ্ৰই আৰু আধাঘণ্টা মান সময় ৰাখি

অকলে কিবা কথা-বাৰ্ত্তা হল। তেতিয়া সুমলাই কি কৰিছিল? লাজ, ঘৃণা, আশঙ্কা সকলো বুকুত বান্ধি ধৰৰ কোনোবা এটা কুঠৰীত আমনে-জিমনে বহি আছিল। তাতে গৈ তেওঁৰ পিতাকে তেওঁক খবৰ দিলে, ধীৰেন্দ্ৰই তেওঁক মাতিছে।

কথাটো শুনিয়ে সুমলাৰ তালুৰ আগে জীৱ গল। অগত্যা তেওঁ যাবলৈ বাধ্য হল। সেয়ে যেন তেওঁৰ এক যোজনৰ বাট; তেওঁ আগলৈ এখোজ, পাছলৈ এখোজ কৰি যাবলৈ ওলাল। ধীৰেন্দ্ৰই মাতিছে? ধীৰেন্দ্ৰই তো সুমলাক নিবিচাৰে! তেনেহলে তেওঁ বিচাৰিছে পমিলাক! তেওঁতো পমিলা নহয়, হবও নোৱাৰে! নহয়; এই দুষ্ট ছদ্মবেশ তেওঁ আৰু ধৰি থাকিব নোৱাৰে, অসম্ভৱ!

তেওঁ এইদৰে গৈ হাতত-সাৰে ভৰিত-সাৰে ধীৰেন্দ্ৰৰ কাষ চাপিল। তেতিয়াও ধীৰেন্দ্ৰৰ চকু বন্ধা। তেনেহলে ধীৰেন্দ্ৰৰ চকু ভাল নহল! ধীৰেন্দ্ৰই মাত লগালে— পমিলা'! সুমলা হঠাৎ বাউলীৰ দৰে হৈ ধীৰেন্দ্ৰৰ ভৰিত পৰি তেওঁৰ দুটি ভৰি চকুলোৰে তিয়াই পেলালে; কলে—'মোক ক্ষমা কৰাঁ, ক্ষমা কৰাঁ। মই ইমান দিনে তোমাক ফাঁকি দিলোঁ; আৰু নোৱাৰোঁ। ক্ষমা কৰাঁ।

মই পদ্মিলা নহয়, মই সেই পিশাচিনী সুমলা।' তেওঁ এইদৰে কোৱাৰ লগে লগেই ধীৰেন্দ্ৰই তেওঁক নি তেওঁৰ বাহুৰ মেৰত সুমুৱাই ললে। 'বুজিছোঁ, তুমি পদ্মিলা নোহোৱাঁ, তুমি সুমলা। কিন্তু হাজাৰ পদ্মিলা আজি মোৰ মানত সুমলাৰ শতাংশৰ এক অংশৰ সমান হব নোৱাৰে। কালি যে মই কৈছিলোঁ, 'আজি তোমাক যিমান ভাল পাইছোঁ, জীৱনত তোমাক কেতিয়াও সিমান ভাল পোৱা নাই' সেই কথা প্ৰকৃততে তোমাৰ হে উপযুক্ত। তোমাক লক্ষ্য কৰিহে মোৰ অন্তৰ ভেদি সেই কৃতজ্ঞতা ফুটি ওলাইছিল। প্ৰকৃততে মই পদ্মিলাক কেতিয়াও ভাল পোৱা নাছিলোঁ, তেনে অৱস্থাত ভাল পোৱা হব নোৱাৰে ; সি খন্তেকীয়া ৰূপজ মোহ ; দুদিনীয়া আলহীৰ দৰে আহিল আৰু গল। তাত মোৰ অকণো ক্ষোভ নাই। তুমি তোমাক ক্ষমা কৰাৰ কথা কৈছা, কিন্তু তোমাৰ দোষৰ উপযুক্ত দণ্ড নিদিয়াকৈ মই তোমাক ক্ষমা কৰিব নোৱাৰোঁ'। 'মই মান্তি আছোঁ, কিন্তু তাৰ আগতে, তুমি মোৰ গাত কালি হাত বুলাই থাকি হঠাতে নিষ্ঠুৰভাৱে খেদি দিয়াৰ সন্তোষজনক কৈফিয়ৎ দিব লাগিব।' 'তাৰ কাৰণ তোমাৰো অবিদিত নহয়। গাত হাত বুলাই থাকোঁতে হঠাৎ পদ্মিলাক উপহাৰ দিয়া

আঙঠিটোৰ কথা মনত পৰিল। চালোঁ, আঙুলিত আঙঠি নাই। মোৰ মূৰত চৰগ ভাগি পৰিল। ভাবিলোঁ, পমিলাই মোৰ দৃষ্টিহীনতাৰ আঁৰত নিশ্চয় কিবা অন্যায় খেল খেলিছে। ইতিমধ্যে তুমি উঠি গলা। আজি পুৱা তোমাৰ পিতাৰাৰ পৰাহে সকলো ৰহস্য বুজিছোঁ; মোৰ স্বপ্ন মিছা নহল।' 'বাৰু এতিয়া থাওক সেইবোৰ কথা। মোৰ দোষৰ দণ্ড লবলৈ মই সাজু।'

'তোমাৰ দণ্ড হৈছে—তুমি ইমান দিন লুকাই লুকাই আশাশুধীয়াভাৱে মোৰ আলপৈচান ধৰাৰ কাৰণে আৰু মোক ভাল নাপালেও বা মই তোমাৰ ভাল পোৱাৰ যোগ্য নহলেও মোক ইমান দিন ভাল পোৱাৰ ভাও জোৰা বাবে তোমাৰ পবিত্ৰ ছবিখনি মোৰ জীৱনৰ লগৰী কৰি লবলৈ তুমি মোক অনুমতি দিব লাগিব। মই জানো, তোমাক পাবৰ মই যোগ্য নহওঁ। কিন্তু পমিলাক মই কেতিয়াও প্ৰকৃততে ভাল পোৱা নাছিলোঁ; গতিকে অন্তৰৰ প্ৰীতি, কৃতজ্ঞতা, শ্ৰদ্ধা সকলোখিনি দি মই তোমাৰ স্মৃতি পূজা কৰি থাকিম, আৰু শান্ত তাপসৰ জীৱন কটাম।'

'কি, তোমাক মই ভাল পোৱাৰ ভাও জুৰিছিলোঁ মাথোন, তোমাৰ সুখৰ কাৰণে মোৰ জীৱন তিল-

তিলকৈ ক্ষয় কৰাও তুমি ভাল পোৱা নোবোলা ? নহয়, আৰু মই তোমাৰ লগ এৰিব নোৱাৰোঁ। তোমাৰ অনুমতি পালে মই তোমাৰ কায়াৰ ছাঁয়া হৈ ফুৰি নিজক নিজে ধন্য মানিম।'

'কিন্তু মোৰ লগৰীয়া হোৱা মানে কি, তুমি পাহৰি যোৱা কিয় ? মই যে এতিয়া জীৱনৰ কাৰণে অন্ধ।'

'কিন্তু তোমাৰ লগ এৰি মোৰ জীৱন কটোৱা যে কি নির্য্যাটন—তোমাতে যে মোৰ মন-প্ৰাণ কেতিয়াবাই সঁপি থৈছো।—কি জীয়া-যন্ত্ৰণা তোমাৰ বিহনে জীৱনত সহ্য কৰিছোঁ—তালৈ ভাবি নোচোৱা কিয় ?'

'তেনেহলে মোতকৈ ভাগ্যবান আৰু দ্বিতীয়জন সংসাৰত নাই। সুমলা, প্ৰাণৰ লগৰি, তোমাৰ নিজ হাতে মোৰ এই চকুৰ বান্ধ মেলি দিয়া, মোৰ এই দ্বিতীয় জন্ম শতবাৰ ধন্য হওক।'

ধীৰেন্দ্ৰই কি কৈছে সুমলাই সঠিক একো তৎ ধৰিব নোৱাৰিলে। তেওঁ কেৱল আশঙ্কা আৰু বিমোৰৰ ভাবেৰে ধীৰেন্দ্ৰৰ চকুৰ বান্ধটো মোকোলাব খুজিলে। তাৰ পিছত দেখে,—কি আচৰিত ! এটা জন্মৰ, কিয়, কত জন্মৰ আশা, আনন্দ আৰু হেঁপাহেৰে ধীৰেন্দ্ৰৰ ছুটি নয়ন-ভ্ৰমৰে সুমলাৰ সুপবিত্ৰ ৰূপ-সুধা পান কৰিব লাগিছে।

সুমলাই সেইটো দিঠক নে সপোন তাৰ মোৰ একো ধৰিব নোৱাৰি থৰ লাগি চাই ৰল, সেই সুনীল আকাশ, সেই সেউজীয়া ধৰণী, সকলো তেওঁ পাহৰি গল।

বহুত পৰৰ পাছতহে, সংজ্ঞা পাই তেওঁ দেখে, তেওঁ তেওঁৰ বাঞ্ছিত ধন সেই ধীৰেন্দ্ৰৰ কোলাত। তেওঁ কলে —'ই স্বপ্ন নে কি ধীৰেন ? মোক এৰি দিয়া। মই তো পমিলা নহয়' তুমি তো মোক কেতিয়াও বিচৰা নাই, মই নিজে তোমাক ধৰা দিছিলোঁ মই তোমাক বিচাৰি-ছিলো'।

'আৰু মোক লাজ নিদিবা, সুমলা' প্ৰকৃততে সদাই মই তোমাকহে বিচাৰিছিলো কিন্তু মই ঘৰ চিনি নাপাই গৈ লোকৰ দুৱাৰত খুন্দিয়াইছিলোঁ। সেই দুৱাৰ জপোৱা, তাত মোৰ ঠাই নাছিল। এতিয়া ঘূৰি ঘূৰি আহি আছল ঘৰ চিনি পাইছোঁ; এতিয়া আৰু মোক কোনে খেদি পঠিয়ায় ?'

'তেনেহলে ই তোমাৰ প্ৰকৃত ভাল পোৱা ? পুতৌ নহয় ? তেনেহলে ই তোমাৰ আপোন ইচ্ছা ?'

'প্ৰিয়ে, ই মোৰ ইচ্ছা, ই তোমাৰ ইচ্ছা ; তাতোকৈ, ইচ্ছা !!'

# ইন্দ্ৰধনু

হাহি আৰু চকু-লোৰ ৰুকণ মিলন,
এয়ে হায় মানৱ জীৱন !
খন্তেকীয়া কিৰণত প্ৰাণৰ পখিলা নাচে,
খন্তেকৰ মধু পৰশন ;
তাৰ পাছে অশ্ৰু বৰিষণ !
দুদিনীয়া মানৱ জীৱন !!

যৌৱন উথলি উঠে সেই পোহৰতে
সুখৰ চৰায়ে গায় গান ,
কোনোবা দেশৰ-পৰা উলাহত আহে উট
নজনা-নুশুনা এটি তান,
আবেগত আকুল পৰাণ !
সুখৰ চৰায়ে গায় গান !!

হৃদি-সৰগত হয় মাধুৰী বিকাশ,
ইন্দ্ৰধনু সাত বৰণীয়া ,
আশিস্ শিৰত লই প্ৰেমৰ সজুলি আনি
সাজে ঘৰ কৰি যুগমীয়া,
ভাবে, প্ৰেম যাউতি-যুগীয়া !
ইন্দ্ৰধনু সাত বৰণীয়া !!

বিচ্ছেদৰ বাণপানী ওকন্দি উঠিলে
চেনেহৰ ছবিটি লুকায়,
বিৰহ-সোঁতত পৰি প্ৰেমৰ মন্দিৰ ভাগে,
জীৱন সাধনা উটি যায় !
খন্তেকীয়া পোহৰ পলায় !!
বিষাদৰ ডাৱৰত প্ৰেমৰ কিৰণ সানি
জীৱনৰ ইন্দ্ৰধনু গঢ়ে বিধতাই ।

"বন্ধু"

## খ্যাতনামা সাহিত্যৰথী
## শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ
## প্ৰকাশিত

| | | | |
|---|---|---|---|
| ১ । | অসমীয়া খণ্ডবাক্যকোষ (পকাবন্ধা) | ... | ২॥০ |
| ২ । | The Huhy Nam-Ghosha | ... | ২৲ |
| ৩ । | Assamese Demonology | ... | ১৲ |
| ৪ । | Short Accounts of Assam | ... | ১৲ |
| ৫ । | Gunmala | ... | ১৲ |
| ৬ । | লখিমী-তিৰোতা | ... | ১৲ |
| ৭ । | সেউতী-কিৰণ ( নাটক ) | ... | ॥৵০ |
| ৮ । | Notes on the Sylhet Dialect | ... | ॥০ |
| ৯ । | Historical Sketches of Old Assain | ... | ॥০ |
| ১০ । | দক্ষ-যজ্ঞ ( নাটক ) | ... | ॥০ |
| ১১ । | The Ear Eater ( or Kankhowa ) | ... | ।০ |
| ১২ । | দুৰ্য্যোধনৰ উৰুভঙ্গ ( নাটক ) | ... | ।০ |
| ১৩ । | কুৰি শতিকাৰ সভ্যতা ( নাটক ) | ... | ।০ |
| ১৪ । | কলিযুগ ( পৌৰাণিক ধেমেলীয়া নাট ) | ... | ।০ |
| ১৫ । | তিনি বৈৰী ( নাট ) | ... | ।০ |
| ১৬ । | বাঁহী ( গীত ) | ... | ।০ |
| ১৭ । | অসমীয়া ভাই ( পদ্য ) | ... | ৵০ |
| ১৮ । | দশ-গীত ( গান ) | ... | ৶০ |
| ১৯ । | পঞ্চ কবিতা ( পদ্য ) | ... | ৵০ |
| ২০ । | চিহ্ন ( কথা ) | ... | ... |
| ২১ । | দৰবাৰ ( নাটিকা ) | ... | ... |
| ২২ । | জীৱন সন্ধিয়া ( পদ্য ) | ... | ... |
| ২৩ । | কেঁচাৰ প্ৰণয় ( পদ্য ) | ... | ... |
| ২৪ । | সিপুৰীৰ বাতৰি ( পদ্য ) | ... | ... |
| ২৫ । | জয়মতী ( কাহিনী ) | ... | ... |

পোৱাৰ ঠিকনা—Rajkhowa Publishing House,
Reharari P. O. ( Dibrugarh ).